# অসমীয়া বৰ্ণ-প্ৰকাশ

শ্ৰীগোলোকচন্দ্ৰ গোস্বামী এম. এ., ডি. ফিল.
অধ্যাপক, অসমীয়া বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়




নিউ বুক ষ্টল
গুৱাহাটী-১

ASAMIYA VARNA PRAKASH i.e. Assamese phonology written by Shri G. C. Goswami, M. A., D. Phil, Reader in the Department of Assamese, Gauhati University; and published by Shri Ratneswar Dutta of New Book Stall, Gauhati, Assam. First Edition, 1969.

প্ৰথম প্ৰকাশ, ১৯৬৯ চন।

প্ৰকাশক :
শ্ৰীৰত্নেশ্বৰ দত্ত
নিউ বুক ষ্টল
গুৱাহাটী-১

মূল্য : আঠ টকা মাত্ৰ।

মুদ্ৰাকৰ :
শ্ৰীবীৰেন্দ্ৰ মোহন বচাক
শ্ৰীদুৰ্গা প্ৰিণ্টিং হাউচ
১৭, ডঃ কাৰ্ত্তিক বোস ষ্ট্ৰীট
কলিকতা—৯

# স্বগতঃ

অসমীয়া ভাষা অতি প্ৰাচীন আৰু ঐতিহ্যপূৰ্ণ। খৃষ্টীয় সপ্তম শতিকাতে বিখ্যাত চীনা পৰিব্ৰাজকাচাৰ্য্য হিউৱেন চাঙে ইয়াৰ বৈশিষ্ট্যৰ কথা প্ৰকাৰান্তৰে উল্লেখ কৰি গৈছে। হিউৱেন চাঙে লিখিছিল, "কামৰূপৰ ভাষা মধ্য ভাৰতৰ ভাষাৰ পৰা কিছু পৃথক।" অৰ্থাৎ সেই সুদূৰ অতীততে, হয়তো বা তাৰো বহু কালৰ পূৰ্ব্বেই আৰ্য্য সম্ভূত অসমীয়া ভাষাই স্থানীয় আৰ্য্যেতৰ বিভিন্ন ভাষাৰ প্ৰভাৱত পৰি স্বকীয়া ৰূপ গ্ৰহণ কৰিছিল। অসমীয়া ভাষাৰ উদ্ভৱ আৰু ক্ৰমবিকাশৰ অতি আকৰ্ষণীয় বুৰঞ্জী ডঃ বাণীকান্ত কাকতিয়ে তেখেতৰ Assamese, Its Formation and Development বোলা গৱেষণামূলক পুথিত বহলাই আলোচনা কৰিছে। ভাষাটোৰ স্বকীয় বৈশিষ্ট্যবোৰবো ইঙ্গিত তেখেতে দাঙি ধৰিছে। সেইবোৰৰ পুনৰাবৃত্তি ইয়াত নিষ্প্ৰয়োজন।

**অসমীয়া বৰ্ণ-প্ৰকাশ** অসমীয়া ধ্বনিতত্ত্বৰ পুঙ্খানুপুঙ্খ বিশ্লেষণাত্মক অধ্যয়নৰ প্ৰথম পুথি। ইয়াত অসমীয়া ভাষাৰ, বিশেষকৈ সাধু ভাষাটোৰ ধ্বনিগত আৰু বৰ্ণগত সকলোবোৰ বৈশিষ্ট্যৰ যথাসম্ভৱ বিস্তৃত আলোচনা কৰা হৈছে: আধুনিক ভাষাবৈজ্ঞানিক পদ্ধতি খটুৱাই বৰ্ণবোৰৰ ধ্বনিগুণ নিৰ্ণয় কৰি বৰ্ণাত্মক বৈশিষ্ট্যবোৰৰ একোটা আভাস দিবলৈ চেষ্টা কৰা হৈছে।

অসমীয়া ভাষাৰ বুৰঞ্জীমূলক অধ্যয়নৰ প্ৰসঙ্গত ডঃ বাণীকান্ত কাকতিয়ে ভাষাটোৰ সাম্প্ৰতিক ধ্বনিতাত্ত্বিক আলোচনা মাথোন ন পৃষ্ঠাতে (প্ৰথম সংস্কৰণ, ১৯৪১ চন) শেষ কৰিছে: বৰ্ণবোৰৰ ধ্বনিগুণৰ মাথোন একোটা ইঙ্গিত হে দিছে। শ্বাসাঘাতৰ বাহিৰে লয় বৰ্ণবোৰৰ (Prosodic features) ডঃ কাকতিয়ে আলোচনা কৰা নাই। গতিকে বৰ্ত্তমান পুথিখনত আলোচিত লয় বৰ্ণৰ বিশ্লেষণ অসমীয়া ভাষাৰ এয়ে প্ৰথম। ডঃ কাকতিয়ে শ্বাসাঘাতৰ আলোচনাত উজনি আৰু নামনিৰ উপভাষা দুটাৰ পাৰ্থক্য দেখুৱাইছে আৰু প্ৰাচীন ভাৰতীয় আৰ্য্য ভাষাৰ শ্বাসাঘাতৰ প্ৰভাৱত অসমীয়া তদ্ভৱ শব্দবোৰে কেনে গঢ় লৈছে তাৰ বিতং বিৱৰণ দিছে। পিচে, সাম্প্ৰতিক বৰ্ণনাত্মক

দিশটোৰ আলোচনা অতি চমু আৰু অসম্পূৰ্ণ যেন লাগে। সাধুভাষাটোৰ শ্বাসাঘাতৰ বিশ্লেষণ আধুনিক ভাষাবৈজ্ঞানিক কৌশলেৰে ডঃ কাকতিৰ পৰা পৃথক কৈ ইয়াত দাঙি ধৰা হৈছে। শ্বাসাঘাত তথা লয় গুণৰ বিশ্লেষণ অতি জটিল। ইয়াৰ কাৰণে যান্ত্ৰিক পৰীক্ষাৰ প্ৰয়োজন। বৰ্ত্তমান বিশ্লেষণত কোনো যান্ত্ৰিক পৰীক্ষা কৰা হোৱা নাই। গতিকে এই দিশটোত বিস্তৃত আলোচনাৰ থল আছে।

অসমীয়া ভাষাত সন্ধি আছেনে ?—যেন এটা বিৰাট প্ৰশ্ন ; যেন ইয়াৰ উত্তৰ কেৱল তাত্ত্বিক বিতৰ্কেৰেহে নিৰ্ণয় কৰিব পৰা যায়! কিন্তু ভাষাটোৰ গঠন পদ্ধতি আৰু বৰ্ণগত বৈশিষ্ট্যই কি কয়? অসমীয়া ভাষাতো সন্ধি হয় ; অৱশ্যে এই সন্ধিৰ পৰিবৰ্ত্তনবোৰ ( morphophonemic alternation ) সংস্কৃত সন্ধিৰ পৰিবৰ্ত্তনবোৰৰ লগত নিমিলে। সংস্কৃত ভাষাৰ লগত পৰিবৰ্ত্তনৰ নিয়মবোৰ একে নহয় কাৰণে সৰ্ব্বসাধাৰণৰ দূৰৰ কথা আমাৰ ব্যাকৰণ প্ৰণেতা সকলৰ মনতো এটা যেন সন্দেহ আছে। সেয়েহে অসমীয়া সন্ধি স্বীকাৰ কৰা হৈছে যদিও এই সন্ধিৰ প্ৰকৃত স্বৰূপ এতিয়ালৈকে ক'তো উদ্ধাৰ হোৱা নাই। পৰিণাম, ব্যাকৰণৰ সূত্ৰত খেলিমেলি ( পাদটীকা নং ৩৪-৩৬ ও চাওক )! অসমীয়া বৰ্ণ-প্ৰকাশত অসমীয়া সন্ধি আৰু সন্ধি-পৰিবৰ্ত্তনৰ নিয়মবোৰ যথাসাধ্যে বিশ্লেষণ কৰি দেখুৱাবলৈ চেষ্টা কৰা হৈছে।

অসমীয়া বৰ্ণ-প্ৰকাশৰ অবলম্বন সাধুভাষাটোহে লোৱা হৈছে। গোটেই অসমীয়া ভাষাটোৰ সকলোবোৰ গুণ আৰু বৈশিষ্ট্য ইয়াত আলোচিত হোৱা নাই। ঠাই বিশেষে উজনি আৰু নামনিৰ উপভাষা দুটাৰ স্বকীয়ত্বৰ উল্লেখ অৱশ্যে কৰা হৈছে। ( এই খিনিতে এটা কথাৰ উল্লেখ কৰাটো উচিত হ'ব : এই পুথিৰ প্ৰত্যেকটো কথা পাঠক জনৰ ভাষাৰ লগত নিমিলিলেই যেন ভুল হৈছে বুলি সিদ্ধান্ত কৰা নহয়। উজনি অসমৰ সাধুভাষা মানেই, ব্যক্তি বিশেষে, অমুকে বা তমুকে যি কয় সি হে সাধুৰূপ, আনবোৰ সাধুৰূপ নহয়—এই ভুল ধাৰণাৰ পৰা মুক্ত হ'ব লাগিব। অসমীয়া ভাষা, উজনি বা নামনি যি উপভাষাই নোবোলক, এটা বিৰাট বস্তু। জগতৰ সকলো ভাষা উপভাষাৰ দৰে অসমীয়া ভাষায়ো ব্যক্তিবিশেষৰ কৰ্ত্তৃত্ব নামানে, মানে সমাজ বিশেষেহে ইয়াৰ কৰ্ত্তৃত্ব। )

অসমীয়া ভাষাৰ আঞ্চলিক বিকাৰবোৰ অৰ্থাৎ উপভাষাবোৰৰ বৈচিত্ৰ্য মনকৰিব লগীয়া: ইয়াৰ প্ৰত্যেক অঞ্চলৰ উপভাষাতে ধ্বনিগত, আৰু প্ৰাকৃতিগত বৈশিষ্ট্য স্পষ্ট। উদাহৰণ স্বৰূপে কামৰূপৰ উত্তৰ পাৰৰ উপভাষাত প্ৰান্তীয় উচ্চ আৰু মধ্য স্বৰৰ আগত উচ্চাৰিত ব্যঞ্জনবৰ্ণৰ তালব্যীভবন হোৱাটো ভাৰতীয় আৰ্য্যভাষাবোৰৰ ভিতৰতে এটা নতুন কথা যেন লাগে ( অৱশ্যে এইটো মূল ইণ্ডো-ইউৰোপীয় ভাষাটোৰে এটা অন্তৰ্নিহিত গুণ বিশেষ: স্লাভীয় শাখাত এই গুণটো বিশেষভাবে প্ৰকট হৈ পৰে।)। কান আন উপভাষাতো এনে পৰিবেশজনিত পৰিবৰ্ত্তন হয়তো অনেক ওলাব; সেইবোৰ মাথোন এতিয়ালৈকে আমাৰ দৃষ্টিগোচৰ হৈ হোৱা নাই।

অসমীয়া সকলোবোৰ আঞ্চলিক উপভাষাৰ বিতং আলোচনা এতিয়ালৈকে ওলোৱা নাই; মাথোন কামৰূপৰ নলবাৰী অঞ্চলটোৰ উপভাষাৰেইহে বৰ্ণনাত্মক বিশ্লেষণ ওলাইছে (ডঃ উপেন্দ্ৰনাথ গোস্বামীৰ ডক্টৰেট ডিগ্ৰীৰ গবেষণামূলক পুথি।)। ডঃ কাকতিৰ আলোচনাও এই ক্ষেত্ৰত মাথোন এটা ইঙ্গিত হে। গতিকে ধুবুৰীৰ পৰা শদিয়ালৈকে সকলোবোৰ উপভাষা, উপ-উপভাষাৰ বিতং বিশ্লেষণ নোহোৱালৈকে অসমীয়া ভাষাৰ এটা common core system উলিওৱা টান।

অসমীয়া বৰ্ণ-প্ৰকাশ লিখকৰ ধ্বনিবিজ্ঞান, বৰ্ণবিজ্ঞান তথা ভাষাবিজ্ঞানৰ উচ্চতৰ প্ৰশিক্ষণৰ পৰিণতি। ১৯৫৫-৫৬ চনত পুণাৰ ডেক্কান কলেজত গবেষণামূলক ফেলোশ্বিপ লৈ অধ্যয়ন কৰি থকা কালতে প্ৰশিক্ষণৰ লগে লগে অসমীয়া ভাষাৰ ধ্বনিগত আৰু বৰ্ণগত গুণবোৰৰ আলোচনা আৰম্ভ হয়। তাৰ পিচত নিউ ইয়ৰ্কৰ ৰকফেলাৰ প্ৰতিষ্ঠানৰ ফেলোশ্বিপ লৈ আৰু দুবছৰ আমেৰিকাৰ কালিফৰ্নিয়া (বাৰ্কলি কেম্পাচ) বিশ্ববিদ্যালয়ত প্ৰশিক্ষণ লৈ থকা কালছোৱাত আলোচনা সম্পূৰ্ণ হয়। ইংৰাজী ভাষাত লিখা এই বিশ্লেষণ An Introduction to Assamese Phonology নামেৰে পুণাৰ ডেক্কান কলেজে ১৯৬৬ চনত ছপাই উলিয়াইছে।

অসমীয়া ভাষা জগতৰ বিভিন্ন জ্ঞান বিজ্ঞানৰ আলোচনাৰ কাৰণে অক্ষম আৰু পিচ পৰি থকা বুলি বহুতৰ এটা ভুল ধাৰণা আছে। শিক্ষিত সম্প্ৰদায়ৰ এনে ধাৰণাই ভাষাটোৰ যথেষ্ট ক্ষতি সাধন কৰিছে। আমাৰ

অসমীয়া ভাষা কোনো ক্ষেত্ৰতে পিচ পৰা নহয় ; ই এটা যথেষ্ট শক্তিশালী ভাষা ; ইয়াৰ প্ৰকাশিকা শক্তি অসীম। অথচ এই ভাষাত গধুৰ তত্ত্বমূলক, গবেষণামূলক পুথিৰ নিতান্ত অভাব দেখা গৈছে। গভীৰ ভাবৰ পুথি লিখিলেহে ভাষাই পৰিপুষ্টি লাভ কৰে আৰু তাৰ শক্তিও বৃদ্ধি পায়। সেয়ে, এই অভাব আংশিক ভাবে হ'লেও পূৰণ হওক বুলিয়েই অসমীয়া ভাষাত এই বিজ্ঞানসন্মত বিশ্লেষণ লিখি উলিওৱা হৈছে। ইয়াক ইংৰাজী পুথিখনৰ বৰ্দ্ধিত আৰু ব্যাখ্যাসম্বলিত সংস্কৰণ বুলি ক'ব পাৰি। ইয়াত ভাষাবৈজ্ঞানিক তত্ত্ববোৰ যিমান দূৰ পাৰি বুজাই লিখিবলৈ চেষ্টা কৰা হৈছে।

সকলোবোৰ নব্য ভাৰতীয় আৰ্য্য ভাষাৰ দৰেই অসমীয়া ভাষাৰ ব্যাকৰণ-বোৰত অসমীয়া বৰ্ণ অৰ্থাৎ বিশিষ্ট ধ্বনিগোটবোৰ সংস্কৃত বৰ্ণমালাৰ অনুকৰণতহে আলোচিত হয়। অসমীয়া ভাষাত নোহোৱা কথাও দেখুওৱা হয়, কিন্তু অসমীয়া ভাষাটোৰ স্বকীয়ত্ব বা বৈশিষ্ট্যবোৰ প্ৰকাশ নাপায়। ফলত এই ব্যাকৰণবোৰে ভাষাটোৰ প্ৰকৃত স্বৰূপ বুজিবলৈ সুযোগ নিদিয়ে। অসমীয়া ব্যাকৰণত এই বিৰাট ত্ৰুটীৰ প্ৰধান কাৰণ হ'ল অসমীয়া ভাষাৰ বৰ্ণনাত্মক বিতং বিশ্লেষণৰ অভাব। অসমীয়া বৰ্ণ-প্ৰকাশ পুথিখনে এই অভাব দূৰীকৰণত উল্লেখযোগ্য বৰঙণি আগবঢ়াব বুলি আশা কৰা হৈছে।

বৰ্ণবিজ্ঞানে ভাষাৰ বৰ্ণমালা আৰু লিপিমালা নিৰ্ণয়ৰো নিৰ্দ্দেশ দিয়ে। এটা ভাষাৰ ধ্বনিতত্ত্ব অৰ্থাৎ বৰ্ণবিজ্ঞানৰ সম্পূৰ্ণ ধাৰণা নহ'লে লিপি নিৰ্দ্ধাৰণ সম্ভৱ নহয়। বৰ্ত্তমান অসমীয়া ভাষাৰ বৰ্ণ আৰু লিপিৰ মাজত ব্যৱধান বিৰাট। বৰ্ণ আৰু লিপৰ সমন্বয় লোপ হোৱা হেতু আধুনিক সাহিত্যিক, আনকি পণ্ডিত সকলৰ মাজতো বানানৰ বিভ্ৰাটে দেখা দিছে। এই বানান বিভ্ৰাট যিমান সোনকালে পাৰি দূৰ কৰিবলৈ চেষ্টা কৰা উচিত। তাকে কৰিবলৈ হ'লে ভাষাটোৰ ধ্বনিবিজ্ঞান আৰু ধ্বনিতত্ত্বৰ পুঙ্খানুপুঙ্খ বিশ্লেষণৰ প্ৰয়োজন। অসমীয়া ভাষাৰ বৰ্ণবিজ্ঞানৰ সম্যক ধাৰণা হ'লেহে নিৰ্ভুল বানান সংশোধন সম্ভৱ হ'ব। সেয়েহে এই ক্ষেত্ৰতো নিশ্চয় অসমীয়া বৰ্ণ-প্ৰকাশে পথ প্ৰদৰ্শন কৰিব পাৰিব।

এই পুথিখনৰ ওপৰত লিখকৰ আশা বহুত। ওপৰত সেইবোৰেইহে প্ৰকাশ পাইছে। তালিকাখন বেছ শকত, তথাপি অসম্পূৰ্ণ। সেই আশা

কিমানদূৰ পূৰণ হৈছে বা হোৱাৰ সম্ভাবনা সেইটো প্ৰমাণিত হ'ব বিদ্বৎমণ্ডলীৰ বিচাৰ আৰু সমাদৰৰ দ্বাৰা। লিখকৰ মাথোঁ এইটোৱেই একান্ত বিশ্বাস, "কৰ্ম্মণ্যেবাধিকাৰস্তে......... ।"

এতিয়া এই স্বগতোক্তিখিন লিখি থাকোঁতে মোৰ ভাষাবিজ্ঞান অধ্যয়ন আৰু প্ৰশিক্ষণৰ অনুষ্ঠানবোৰৰ শিক্ষাগুৰু সকলৈহে একেবাৰে মনত পৰিছে। ডেক্কান কলেজত থকা কালতে ভিজিটিং অধ্যাপক, আমেৰিকাৰ ( ইথাকা, নিউ ইয়ৰ্ক ) কৰ্ণেল বিশ্ববিদ্যালয়ৰ ভাষাবিজ্ঞান বিভাগৰ অধ্যাপক, ডঃ গৰ্ড'ন এইচ. ফেয়াৰবেঙ্কছেই প্ৰথমে এই লিখকক আধুনিক ভাষাবিজ্ঞান পদ্ধতিত দীক্ষিত কৰে আৰু অসীম অনুপ্ৰেৰণা যোগায়। তেখেতে প্ৰায়েই অসমীয়া আৰু আৰ্মেনীয় ভাষাৰ বাক্যৰীতিৰ মিলবোৰলৈ আঙুলিয়াইছিল আৰু অসমীয়া ভাষাটোৰ বিশ্লেষণত লাগিবলৈ উদগনি দিছিল। কেইবা বছৰৰো পিছত তেখেতে বৰ্ণবিজ্ঞান আৰু প্ৰাকৃতিবিজ্ঞানৰ ( morphemics ) খণ্ডটো হাতেলিখা অৱস্থাতে ইমূৰৰ পৰা সিমূৰলৈকে চকু ফুৰাই ঠায়ে ঠায়ে ত্ৰুটীবোৰ গুচাবলৈ পৰামৰ্শ দিয়ে। কালিফৰ্নিয়া বিশ্ববিদ্যালয়ত থকা কালছোৱাৰত ডঃ মেৰী আৰ. হাছ আৰু ডঃ জন জে. গাম্পাৰ্জৰ তত্ত্বাৱধানত বিশ্লেষণ সম্পূৰ্ণ কৰা হয়। ডঃ গাম্পাৰ্জ আছিল এই লিখকৰ 'ফ্ৰেণ্ড, ফিলোছফাৰ আৰু গাইড' স্বৰূপ। বহুৰ দিনত কোনো কৰ্ত্ত নোহোৱাকৈ তেখেতৰ ঘৰত অসমীয়া ভাষা বিশ্লেষণৰ সমস্যাৱলী আলোচনা কৰা হৈছিল। সেই সকলোবোৰেই দেখোন এতিয়া মনলৈ আহিছে। আমেৰিকাৰ বিখ্যাত সংস্কৃতজ্ঞ পণ্ডিত ডঃ মাৰে বি. এমেনোই তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি এই বিশ্লেষণ এবাৰ পৰীক্ষা কৰে আৰু ঠাইবিশেষে সংশোধনৰ পৰামৰ্শও দিয়ে। মোৰ পৰম শ্ৰদ্ধাস্পদ এই শিক্ষাগুৰু সকলৈ ভক্তি নিবেদন কৰিছোঁ। পুণাৰ ডেক্কান কলেজৰ ডাইৰেক্টৰ, ভাৰতৰ অন্যতম বিখ্যাত ভাষাবিজ্ঞানবিদ্ ডঃ এচ এম. কাত্ৰেৰ পৰা চিৰ দিন পাই অহা উৎসাহ উদ্দীপনা সুঁৱৰি তেখেতলৈকো মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

পুথিখনৰ প্ৰকাশৰ ভৌতিক প্ৰসৱবেদনাক সুখ বুলি আনন্দেৰে গ্ৰহণ কৰিছে নিউ বুক ষ্টলৰ শ্ৰীবঙ্কেশ্বৰ দত্তই। অসমীয়া ভাষা-সাহিত্যৰ সেৱা কৰিবলৈ পৰম পিতাই তেখেতৰ শক্তি উত্তৰোত্তৰ বৃদ্ধি কৰক, তাকে কামনা কৰিছোঁ।

হে আনন্দদায়িনী মোৰ দ্বিতীয় ভাষা-জননী! তোমাৰ ৰহস্য আৰু প্ৰহেলিকাই মোক মুগ্ধ কৰিছে; ৰূপ আৰু গুণৰ মায়াজালে মোক আবৰি সময়ত বিমোৰত পেলাইছে; কিন্তু খন্তেকৰ কাৰণে হলেও সুখ আৰু আনন্দৰ পৰা কিঞ্চিতো বঞ্চিৎ কৰা নাই। সেয়েহে মোৰ উপলব্ধি হৈছে,

মাতৃভাষা তু জননী স্বৰ্গাদপি গৰিয়সী।

গুৱাহাটী বিশ্ববিদ্যালয়,
৭ জানুৱাৰী, ১৯৬৯ চন।

শ্ৰী[signature]

# সূচীপত্ৰ

## ছপা ভুলৰ শুধৰণী

তলৰ এই বিশেষ ভুল কেইটা শুধৰাই লৈ এই কাগজখিলা ফালি পেলাওক। সংখ্যা দুটাৰ প্ৰথমটোৰে পৃষ্ঠা আৰু দ্বিতীয়টোৰে শাৰী বুজাইছে।

ব্ৰাহ্মী ( ৪, ২৩, ব্ৰাহ্মী ) ; সৃষ্টি ( ১০, ২৪, সৃষ্টি ), ( ১২, ২৬, সৃষ্টি ), ( ২৪, ৩১, সৃষ্টি ) , অঘোষ ( ১৫, ১৩, অঘোষ ), **ষইৰআফ** ( ১৯, ৮, **জইৰআফ** ), **অ'ষইম** ( ৬৯, ২৮, **অ'সইম** ), **ন** আৰু **ম** অৰ ( ৮৪, ৩১, **ন** অৰ ), উদ্ভূত ( ৯৫, ১৫, অদ্ভুত ) ; 'ননন্দ্' ( ১১০, ২৭ 'ননন্দ' ) , **পওএ̂সয়অ** (১২৭, ২৬, **পওএসয়অ** ) , **ষইমআ** ( ১৩২, ১৮, **সইমআ** ) , [ এ̂এ ] হয় ( ১৩৮, ১৫, [ এ̂এ ] হয় ) ; **কঅৰওওআ** ( ১৪৩, ৬, **কঅৰওওৰা** ) , **ষউওআ** ( ১৪৩, ৭, **ষউওৰা** ) , =**নওষওওঁ** ( ১৪৩, ১৮, =**নওষওওঁ** )। ২৪০ পৃঃ দ্বিতীয় কলম, ১২ শাৰী— **হঅসনঅ** ( ভুল **হঅসমঅ** )।

# প্ৰতীক আৰু সাংকেতিক চিনৰ পৰিচয়

এই পুথিত বৰ্ণ আৰু ধ্বনি বা উপধ্বনিসূচক প্ৰতীক আৰু সাংকেতিক চিনবোৰ লিখকৰ **ধ্বনি-বিজ্ঞানৰ ভূমিকাৰ** দৰে একেই ; পাৰ্থক্য মাথোন এয়ে,—**অসমীয়া** ভাষাত উচ্চাৰণ নোহোৱা দন্ত্য ধ্বনিসূচক প্ৰতীকবোৰেৰে ( তলত সাংকেতিক আঁকডাল নোহোৱাকৈ ) দন্তমূলীয় ধ্বনি, উপধ্বনি আৰু বৰ্ণ বুজোৱা হৈছে। মনত ৰাখিব : **ব্যঞ্জনধ্বনিৰ প্ৰতীকবোৰ সাধাৰণ আখৰৰ দৰে স্বৰান্ত নহয়।**

প্ৰতীকবোৰৰ ধ্বনিমূল্য তলত দেখুওৱাৰ দৰে।

**প্ৰস্ফোট ধ্বনিসূচক** ( প্ৰথম, দ্বিতীয় অঘোষ ; তৃতীয়, চতুৰ্থ সঘোষ ; প্ৰথম, তৃতীয় অল্পপ্ৰাণ আৰু দ্বিতীয়, চতুৰ্থ মহাপ্ৰাণ ) :

**প ফ ব ভ** …দ্ব্যোষ্ঠ্য ;

**ত থ দ ধ** …দন্তমূলীয় ;

**ট ঠ ড ঢ** …মূৰ্দ্ধন্য ;

**ক খ গ ঘ** …পশ্চ-তালব্য।

**উষ্মধ্বনিসূচক** ( প্ৰথম অঘোষ, দ্বিতীয় সঘোষ ) :

**ভ ফ** … দ্ব্যোষ্ঠ্য ;

**স য** … দন্তমূলীয়, কুঞ্চিত ,

**থ** … দন্তমূলীয় সুষিৰ ;

**শ্য য্য** … দন্তমূলীয়-তালব্য ;

**ষ্য** …শুদ্ধ তালব্য ;

**য** …পশ্চ-তালব্য ;

**হ** …কণ্ঠ্য।

**স্পৃষ্টধ্বনিসূচক** ( প্ৰথমবোৰ অঘোষ, দ্বিতীয়বোৰ সঘোষ ) :

**পফ বভ** …দ্ব্যোষ্ঠ্য ;

**তথ**<br>**তস দয** } …দন্তমূলীয় ;

**তশ্য দয্য** …দন্তমূলীয়-তালব্য।

**নাসিক্য ধ্বনিসূচক** ( সকলোবোৰ সঘোষ ):

ম ন ণ ঙ ...যথাক্ৰমে দ্ব্যোষ্ঠ্য, দন্তমূলীয়, মূৰ্দ্ধন্য আৰু পশ্চ-তালব্য।

**ৰ-জাতীয় ধ্বনিসূচক** ( সকলোবোৰ সঘোষ ):

ৰ ...দন্তমূলীয় লুণ্ঠিত ;

ৰ় ...দন্তমূলীয় তাড়িত ;

ড় ...মূৰ্দ্ধন্য লুণ্ঠিত।

**পাৰ্শ্বিক ধ্বনিসূচক :**

ল ...দন্তমূলীয় সঘোষ পাৰ্শ্বিক অনিয়ন্ত।

**অন্তঃস্থ ধ্বনিসূচক :**

ৱ ...দ্ব্যোষ্ঠ্য সঘোষ ;

য় ...তালব্য সঘোষ।

**অন্তঃস্থ শ্ৰুতিধ্বনিসূচক** ( সকলোবোৰ সঘোষ ):

ই̭ এ̭’ এ̭ ...প্ৰান্তীয় স্বৰৰ পৰা উদ্ভূত ;

উ̭ ও̭ ...মূলীয় স্বৰৰ পৰা উদ্ভূত।

**অনুনাসিকীভূত ব্যঞ্জন** ( সকলোবোৰ সঘোষ ):

ৱঁ লঁ য়ঁ ৰঁ আৰু হঁ।

**স্বৰধ্বনিসূচক** ( সকলোবোৰ সঘোষ ):

ই এ’ এ ...প্ৰান্তীয় বিবৃতৌষ্ঠ্য ;

আ ...কেন্দ্ৰীয় বিবৃতৌষ্ঠ্য, নিম্ন ;

অ অ’ ও উ ...মূলীয় সংবৃতৌষ্ঠ্য।

সকলোবোৰ স্বৰ অনুনাসিক হ’ব পাৰে। ওপৰত চন্দ্ৰবিন্দু বহুৱাই অনুনাসিক স্বৰবোৰ দেখুওৱা হয়। যেনে,

ইঁ এঁ’ এঁ আঁ অঁ অঁ’ ওঁ উঁ।

**নয়বৰ্ণৰ প্ৰতীক আৰু চিনবোৰ ২ আৰু ৩ পৃষ্ঠাৰ ১.২৩ ছেদত চাওক।**

**অন্যান্য সাংকেতিক চিনবোৰ :**

O ...শূন্য অৰ্থাৎ একো নোহোৱা বুজায়।

~ ...বিকল্প বুজায়।

ঁ চন্দ্ৰবিন্দু অৰ্থাৎ অনুনাসিকতাৰ চিন।

J ...'য'-কাৰ অৰ্থাৎ ই লগ লাগি থাকিলে তালব্যধ্বনি সূচায়।

× ...পূৰণ চিন, বিবোধ বুজায়।

‿ ...স্বৰধ্বনিসূচক প্ৰতীকৰ তলত এই চিনে ধ্বনিটো অনাক্ষৰিক অৰ্থাৎ শ্ৰুতি বুজায়; যেনে, এ͜, উ ইত্যাদি।

— ...ব্যঞ্জন প্ৰতীকৰ তলৰ চুটি আঁক, অনিয়ত উষ্ম বুজায়।

[ ] ...বৰ বন্ধনী; ইয়াৰে ধ্বনি, উপধ্বনি অথবা ধ্বনিলিপিত লিখা শব্দবোৰ আবৃত হৈছে।

' ... ঊৰ্দ্ধকমা, স্বৰৰ পিচত ই অ আৰু এ স্বৰৰ উন্নতাৱস্থা বুজায়, স্বৰৰ আগত থাকিলে উদ্গীৰ্ণতা সূচায়।

= ... সমান চিন, একে অৰ্থাৎ অভিন্ন অথবা বিকল্প বুজায়।

> ...পৰিবৰ্ত্তনসূচক চিন, বাওঁফালৰ পৰা সোঁফাললৈ পৰিবৰ্ত্তন হোৱা বুজায়।

**লিখন ৰীতিৰ পৰিচয়:**

ধ্বনি বা বৰ্ণসূচক প্ৰতীক অৰ্থাৎ আখৰবোৰ শকত। ব্যঞ্জন ধ্বনিসূচক আখৰবোৰ স্বৰান্ত নহয় কাৰণে ইহঁতৰ পিচত স্বৰধ্বনি সূচক পূৰ্ণাঙ্গ প্ৰতীকবোৰ লিখা হৈছে। সাধাৰণ বানানেৰে লিখা শব্দবোৰ এডাল ঊৰ্দ্ধকমাৰে আবৃত হৈছে। যেনে, শঅকঅত, 'শকত'; আসঅ'হুউঅা, 'আচহুৱা'; ইত্যাদি। ইয়াত প্ৰথম শব্দটো বৰ্ণলিপিত আৰু দ্বিতীয়টো সাধাৰণ লিপিত লিখা হৈছে।

পুথিৰ উক্তিবোৰত শকত আখৰেৰে লিখা শব্দবোৰ বৰ্ণলিপিত আছে, উপধ্বনিটোহে মাথোন ব্যাখ্যা কৰোঁতে বৰ বন্ধনীৰ মাজত ৰখা হৈছে। যেনে, ( ছেদ ২. ৪১. ৩২৬ চাওক ),

'য'-কাৰ সংযুক্ত [ খ ] ও শব্দৰ আদিত্তে সুথিৰ আৰু অগ্ৰৱৰ্ত্তী হৈ উচ্চাৰিত হয়। যেনে, খয়আনতঅ, 'কান্ত'; খয়অতৰইঅ, 'ক্ষত্ৰিয়'; ইত্যাদি। ইয়াত [ খ ] আৰে উপধ্বনিটোৰ ধ্বনিগুণবোৰ বুজাবলৈ চেষ্টা কৰা হৈছে আৰু সেই একেবোৰ ধ্বনিগুণবিশিষ্ট উপধ্বনিৰ পৰা সৃষ্ট বৰ্ণটো একে ৰূপতেই শকত আখৰেৰে শব্দবোৰত দেখুওৱা হৈছে।

কেইটামান বৰ্ণৰ আলোচনাত উদ্ধৃতিবোৰতো উপধ্বনিসূচক আখৰটোকে লিখা হৈছে। যেনে, **ন** বৰ্ণৰ **ণ** উপধ্বনি ( ছেদ ২. ৪৩. ৩১১ ); **ত** বৰ্ণৰ **ট** উপধ্বনি ( ছেদ ২. ৪১. ২১১-২১২ ); **থ** বৰ্ণৰ **ঠ** ( ছেদ ২. ৪১. ২২১ ); **দ** বৰ্ণৰ **ড** ( ছেদ ২. ৪১. ২৩১ ) আৰু **ধ** বৰ্ণৰ **ঢ** ( ছেদ ২. ৪১. ২৪১ )। এই উদ্ধৃতিবোৰ সম্পূৰ্ণৰূপে বৰ্ণ লিপিত থকা নাই ; উপধ্বনিসূচক প্ৰতীকৰ ঠাইত বৰ্ণসূচক প্ৰতীকবোৰ বহুৱালেই এইবোৰ বৰ্ণলিপিত পৰিণত হ'ব।

শব্দসূচীত এই শব্দবোৰ প্ৰথমতে বৰ বন্ধনীৰ মাজত ধ্বনিলিপিত আৰু তাৰ পিচত বৰ্ণলিপিত দেখুওৱা হৈছে। উদাহৰণ স্বৰূপে ( ছেদ ২. ৪১. ২৩১ চাওক ) **পঅৰতআ** আৰু **সঅৰতই** এই শব্দ দুটা শব্দসূচীত তলৰ দৰে যথাক্ৰমে দিয়া হৈছে : [ **পঅৰতআ** ], **পঅৰদআ**, ৩০ ;

[ **সঅৰতই** ], **সঅৰদই**, ৩০ ; ইত্যাদি।

ইয়াত বৰ বন্ধনীৰ মাজৰ শব্দটো ধ্বনিলিপিত উপধ্বনি সূচক আৰু দ্বিতীয় শব্দটোহে বৰ্ণলিপিত বৰ্ণসূচক ; সংখ্যাটোৱে পৃষ্ঠাৰ নিৰ্দেশ দিছে। সেইকাৰণে পাঠ্যত ব্যৱহৃত সকলোবোৰ শব্দৰ বৰ্ণগত ৰূপ শব্দসূচীত পোৱা যাব। কিবা শব্দৰ বৰ্ণলিপিত সন্দেহ হ'লে শব্দসূচী চাই লয় যেন। শব্দসূচীৰ শব্দবোৰ পাঠ্যতকৈ অলপ সৰু শকত আখৰেৰে ছপোৱা হৈছে।

বৰ্ণলিপিৰ আখৰবোৰ সাধাৰণতে দুডাল এটলীয়া আঁকৰ মাজত লিখা হয়। পিচে এই আলোচনাত বৰ্ণ আৰু বৰ্ণলিপিৰ শব্দবোৰ উকা কৈয়ে ৰখা হৈছে।

## ১.০০ বৰ্ণ আৰু বৰ্ণমালা

১.১০ অসমীয়া ভাষাত একুৰি তিনিটা ব্যঞ্জন আৰু আঠোটা স্বৰবৰ্ণ[১] পোৱা যায়। এইবোৰৰ উপৰিও চন্দ্ৰবিন্দু, (শাব্দিক) শ্বাসাঘাত আৰু (মুক্ত) সন্ধি আদি কেইবাটাও লয় বৰ্ণ আছে।

১.১১ ব্যঞ্জন বৰ্ণবোৰক দুটা বহল ভাগত ভগাব পাৰি: এটা নিয়ত আৰু আনটো অনিয়ত।

১.১২ নিয়ত বৰ্ণবোৰ মাথোন তিনি ঠাইত উচ্চাৰণ হয়। ওঠত ঔষ্ঠ্য, দন্তমূলত দন্তমূলীয় আৰু পাচ তালু বা কোমল তালুত পশ্চ-তালব্য নিয়ত বৰ্ণ পোৱা যায়। এই বৰ্ণবোৰ সঘোষ বা অঘোষ হব পাৰে। ঘোষাঘোষ বৰ্ণবোৰো অল্পপ্ৰাণ বা মহাপ্ৰাণ হব পাৰে। এতেকে প্ৰত্যেক উচ্চাৰণ-স্থানত উচ্চাৰিত বৰ্ণবোৰৰ মাজত চাৰি প্ৰকাৰৰ বিৰোধ দেখা যায়। যথা, (পূৰণ চিনেৰে × বিৰোধ দেখুওৱা হৈছে।)

ঘোষাঘোষ × অল্পপ্ৰাণ = সঘোষ অল্পপ্ৰাণ, অঘোষ অল্পপ্ৰাণ ;

ঘোষাঘোষ × মহাপ্ৰাণ = সঘোষ মহাপ্ৰাণ, অঘোষ মহাপ্ৰাণ।

১.১৩ অনিয়ত বৰ্ণ মুঠতে এঘাৰটা। ইহঁতৰ ভিতৰত :

দুটা অন্তঃস্থ বৰ্ণ / ৱ য় / ;

চাৰিটা ঘৃষ্ট বা উষ্ম বৰ্ণ / স য ষ হ /,

এটা পাৰ্শ্বিক বৰ্ণ / ল / ;

এটা কম্পিত বৰ্ণ / ৰ / ;

তিনিটা নাসিক্য বৰ্ণ / ম ন ঙ /।

---

১. এই পুথিখনত বৰ্ণ শব্দ বিশেষ অৰ্থত প্ৰয়োগ হৈছে, সাধাৰণ অৰ্থত প্ৰয়োগ হোৱা নাই। বিশিষ্ট ধ্বনি সমষ্টি বা বৰ্ণবোৰৰ তালিকাৰ নাম বৰ্ণমালা। সংস্কৃত ভাষাত বৰ্ণ শব্দই আখৰ আৰু সেই আখৰে বুজোৱা ধ্বনি—এই দুয়োটাকে বুজাইছিল। তাৰ কাৰণ, সংস্কৃত ভাষাত ধ্বনি আৰু ধ্বনিৰ প্ৰতীক অৰ্থাৎ আখৰৰ মাজত সম্বন্ধ অটুট আছিল। 'ৱ' আৰু 'ব'. ব ৰূপে কেইটামান আখৰৰ বাহিৰে যিটো আখৰ সেইটোৱেই ধ্বনিও।

অসমীয়া ভাষাত আখৰ আৰু ধ্বনিৰ মাজত মিল নাই। সেয়েহে বৰ্ণ শব্দৰ প্ৰয়োগ বিশেষ ভাবে মনত ৰখা উচিত।

১.২০ তলত উচ্চাৰণ-স্থান আৰু ধৰণ অনুসৰি অসমীয়া বৰ্ণমালাখন দাঙি ধৰা হৈছে।

১.২১ ব্যঞ্জন বৰ্ণমালা

| উচ্চাৰণ-স্থান→ | | ওষ্ঠ্য | | দন্তমূলীয় | | তালব্য | পশ্চ-তালব্য | | কণ্ঠ্য |
|---|---|---|---|---|---|---|---|---|---|
| উচ্চাৰণ-ধৰণ | | অঘোষ | সঘোষ | অঘোষ | সঘোষ | সঘোষ | অঘোষ | সঘোষ | সঘোষ |
| স্পৰ্শ | অল্পপ্ৰাণ | প | ব | ত | দ | | ক | গ | |
| | মহাপ্ৰাণ | ফ | ভ | থ | ধ | | খ | ঘ | |
| অস্পৰ্শ | ঘৃষ্ট | | | স | য | | ষ | | হ |
| | নাসিক্য | | ম | | ন | | | ঙ | |
| | পাৰ্শ্বিক | | | | ল | | | | |
| | কম্পিত | | | | ৰ | | | | |
| | অন্তঃস্থ | | ৱ | | | য় | | | |

১.২২ স্বৰ বৰ্ণমালা[২]

| | প্ৰান্তীয় | কেন্দ্ৰীয় | মূলীয় |
|---|---|---|---|
| উচ্চ | ই | | উ |
| মধ্যসম | এ' | | ও |
| মধ্যাভাস | এ | | অ' |
| নিম্ন | | আ | অ |

১.২৩ লয় বৰ্ণমালা

চন্দ্ৰবিন্দু বা অনুনাসিকত্ব / ̃ /;

শ্বাসাঘাত : শাব্দিক শ্বাসাঘাত / ˊ /;

বাক্য শ্বাসাঘাত :

সাধাৰণ বাক্য শ্বাসাঘাত / ˊ /;

গুৰুত্বজ্ঞাপক শ্বাসাঘাত / ˝ /;

১

২. আ ক প্ৰান্তীয় স্বৰবৰ্ণৰ শাৰীতে লিখি অসমীয়া স্বৰ বৰ্ণমালাৰ এটা সুগঠিত ৰূপ চানেকি (structural pattern) তৈয়াৰ কৰিব পৰা গল হেতেন। কিন্তু আ ৰ প্ৰয়োগ বৈশিষ্ট্যপূৰ্ণ; প্ৰান্তীয় স্বৰবৰ্ণ বোৰৰ লগত নিমিলে। সেয়েহে জোৰকৈ কৃত্ৰিম ৰূপ চানেকি গঠন কৰিবলৈ চেষ্টা কৰা হোৱা নাই।

সন্ধি : শাব্দিক মুক্ত সন্ধি / + / ;
বাক্যসন্ধি :
মধ্যসন্ধি : কমা / , / ;
হাইফেন / - / ;
অন্ত্যসন্ধি : অৱনত বা দাবি / । / ;
উন্নত / ? / ;
ক্ষিপ্র উন্নত / ¿ / ;
সম / : / ;
আশ্চর্য্যবোধক / ! / ।

## ১.৩০ বর্ণমালা আৰু লিপিমালা বা আখৰ

১.৩১ ওপৰৰ আলোচনাৰ পৰা দেখা যায়, অসমীয়া ভাষাত ব্যঞ্জন আৰু স্বৰ বর্ণ মুঠতে ৩১টা; এই ৩১টা বর্ণ বুজাবলৈ লিপিমালাত ৫২টা আখৰ ব্যৱহাৰ হয়।

তলত অসমীয়া লিপিমালাৰ তালিকা এখন দিয়া হল।

## ১.৩২ ব্যঞ্জন লিপিমালা

| | |
|---|---|
| পশ্চ-তালব্য | ক খ গ ঘ ঙ |
| তালব্য | চ ছ জ ঝ ঞ |
| মূর্দ্ধন্য | ট ঠ ড ঢ ণ |
| দন্ত্য | ত থ দ ধ ন |
| ঔষ্ঠ্য | প ফ ব ভ ম |
| | য ৰ ল ৱ |
| | শ ষ স হ |
| | ড় ঢ় য় ৎ |
| | ং ঃ ঁ |

## ১.৩৩ স্বৰ লিপিমালা[৩]

অ আ ই ঈ
উ ঊ ঋ ৠ
এ ঐ ও ঔ

---

৩. আগৰ দিনীয়া পাঠ্যপুথিৰ স্বৰলিপিমালাত 'ঌ', 'ৡ' এই আখৰ দুটাও সন্নিবিষ্ট হৈছিল; আজিকালি এইবোৰ বাদ পৰিল। অনুস্বাৰ (ং) আৰু বিসর্গ (ঃ) ক স্বৰ আৰু ব্যঞ্জন দুয়োখন লিপিমালাত কেতিয়াবা দেখুওৱা হয়। ব্যঞ্জন বর্ণমালাত 'ক্ষ' আখৰটো ধৰা হয় যদিও লিপিমালাত একাকী আখৰৰ লগত ইয়াৰ স্থান নাই। ই এটা সংযুক্ত আখৰ মাথোন।

## ১.৪০ বৰ্ণ আৰু লিপিৰ সমন্বয়

১.৪১ বৰ্ণ তথা ধ্বনিৰ দৃশ্যমান প্ৰতীকেই আখৰ বা লিপি। ভাষাৰ বৰ্ণ আৰু লিপিৰ মাজত গাঢ় আৰু ঘনিষ্ঠ সম্পৰ্ক থকা দৰকাৰ। লিপি উদ্ভাবনাৰ সময়ত সদায় এই সমন্বয় ৰক্ষা কৰা হয়। কালৰ সোঁতত ভাষাৰ, ধ্বনিৰ তথা বৰ্ণৰ পৰিবৰ্ত্তনৰ লগে লগে লিপিমালাৰো পৰিবৰ্ত্তন হোৱাটো স্বাভাবিক। কিন্তু বহু সময়ত লিপিৰ ক্ষেত্ৰত এই পৰিবৰ্ত্তনক স্বীকৃতি দিয়া নহয়। ফলত এটা ভাষাৰ বৰ্ণ আৰু আখৰৰ মাজত সমন্বয় নোহোৱা হৈ পৰে। তাৰ উদাহৰণ বৰ্ত্তমান জগতৰ সকলোবোৰ লিখিত ভাষাতে কমবেছি পৰিমানে দেখা যায়।

১.৪২ সমগ্ৰ পৃথিবীৰ ভাষাবোৰৰ ভিতৰত সংস্কৃত ভাষাতেই যাথোন আখৰ আৰু বৰ্ণৰ ঘনিষ্ঠতম সম্পৰ্ক ৰক্ষা কৰা দেখা যায়। ব্ল আৰু ৰ অৰ দৰে দুই এটা বৰ্ণ আৰু ইয়াৰ প্ৰতীকৰ বাহিৰে সকলোবোৰ বৰ্ণকে একোটা একোটা আখৰে ইয়াত প্ৰতিনিধিত্ব কৰে।

১.৪৩ আমাৰ সুপৰিচিত ইংৰাজী ভাষাত কোনো কোনো বৰ্ণ বুজাবলৈ বহুতো আখৰ বা আখৰৰ সমষ্টি ব্যৱহাৰ কৰা হয়। উদাহৰণ স্বৰূপে ধৰক ক বৰ্ণ। c, ck, ch, che, q, qu, que আৰু k এই আঠোটা আখৰ বা আখৰৰ সমষ্টি মাত্ৰ k অৰ্থাৎ ক বৰ্ণ বুজাবলৈকে লিখা হয়। আকৌ আন হাতে, charm, Chicago আৰু stomach শব্দত একে ch অৰ উচ্চাৰণ তিনি প্ৰকাৰৰ! স্বৰ বৰ্ণৰ ক্ষেত্ৰতো সেই একে খেলিমেলি চকুত পৰে। হ্ৰস্ব আৰু দীৰ্ঘ i, ī বুজাবলৈ e, i, o, u, y, ee, ea, ei, ey, eo, ie আৰু ae (বৃটীছ ইংৰাজীত) এই বাৰ প্ৰকাৰে লিখিব পাৰি। জাৰ্মান অথবা ফ্ৰেন্স ভাষাতো এনে বানানৰ খেলিমেলি নোহোৱা নহয়। তিব্বতীয় আৰু থাই ভাষাৰ লিপিমালা সংস্কৃতৰ দৰে একে ব্ৰাহ্মী লিপিৰ পৰা উদ্ভৱ হৈছে। এই দুই ভাষাতো বৰ্ণতকৈ আখৰৰ সংখ্যা ভালমান বেছি।

১.৪৪ অসমীয়া লিপিমালা দেৱনাগৰী লিপিৰ অনুকৰণত গঢ় লৈছে। সেইহেতু সংস্কৃত বৰ্ণমালাত থকা সকলোবোৰ আখৰৰ প্ৰতি-আখৰ একোটা অসমীয়া লিপিমালাতো গ্ৰহণ কৰা হৈছে। অসমীয়া ভাষাত উচ্চাৰণ হোৱা কেইটামান স্বকীয়া বৰ্ণৰ প্ৰতিনিধিত্ব কৰিবলৈ নতুন আখৰো উদ্ভাৱনা হৈছে। ফলত লিপিমালাত সংস্কৃততকৈও অসমীয়া আখৰৰ সংখ্যা বেছি, অথচ

কেইটামান বৰ্ণ সুকীয়াকৈ বুজাবলৈ আখৰৰ অভাব। বৰ্ণ আৰু আখৰৰ সমন্বয় লোপ পালে বানান বিভ্ৰান্তৰ সৃষ্টি হয়। সেয়েহে অসমীয়া, ইংৰাজী আদি ভাষাৰ বানান অতি সতৰ্কতাৰে শিকাৰ প্ৰয়োজন।

১.৪৫ অসমীয়া ভাষাৰ বৰ্ণ আৰু তাৰ প্ৰতিনিধিত্বকাৰী আখৰবোৰ তলৰ তালিকাত দেখুওৱা হৈছে।

| ব্যঞ্জন : | বৰ্ণ | | আখৰ |
|---|---|---|---|
| | **প** | ... | 'প' |
| | **ফ** | ... | 'ফ' |
| | **ব** | ... | 'ব' |
| | **ভ** | ... | 'ভ' |
| | **ত** | ... | 'ত', 'ট', 'ৎ' |
| | **থ** | ... | 'থ', 'ঠ', |
| | **দ** | ... | 'দ', 'ড' |
| | **ধ** | ... | 'ধ', 'ঢ' |
| | **ক** | ... | 'ক' |
| | **খ** | ... | 'খ' |
| | **গ** | ... | 'গ' |
| | **ঘ** | ... | 'ঘ' |
| | **স** | ... | 'চ', 'ছ', ( 'শ', 'ষ', 'স' ) |
| | **য** | ... | 'জ', 'ঝ', 'য', 'হ্য', 'ব্য' (= '্য') |
| | **ষ** | ... | 'শ', 'ষ', 'স' |
| | **হ** | ... | 'হ', 'ঃ' |
| | **ম** | ... | 'ম' |
| | **ন** | ... | 'ন', 'ণ' |
| | **ঙ** | ... | 'ঙ', 'ং' |
| | **ৰ** | ... | 'ৰ', 'ড়', 'ঢ়', 'ৰ্', '্ৰ' |
| | **ল** | ... | 'ল' |
| | **য়** | ... | 'য়', 'এ', 'ই' |
| | **ৱ** | ... | 'ৱ', 'ও', 'উ'। |

স্বৰ বৰ্ণ :

| বৰ্ণ | | আখৰ |
|---|---|---|
| ই | … | ‘ই’, ‘ঈ’, ( ‘ি-’, ‘-ী’ ) |
| এ’<br>এ | … | ‘এ’, ( ‘ে-’ ) |
| আ | … | ‘আ’, ( ‘-া’ ) |
| অ | … | ‘অ’ |
| অ’ | … | ‘অ’, ‘অ’’ ( ‘-’’ ) |
| ও | … | ‘ও’, ( ‘ো-’ ) |
| উ | … | ‘উ’, ‘ঊ’, ‘ও’, ( ‘ু’, ‘ূ’ )। |

## ২.০০ ব্যঞ্জন বৰ্ণমালা

২.১০ **বিৰোধ বিচাৰ।** অভিন্ন পৰিবেশত প্ৰতীপ প্ৰয়োগৰ ভিত্তিত অসমীয়া ভাষাৰ বৰ্ণবোৰ প্ৰতিষ্ঠিত হৈছে। য় ৱ ঙ এই তিনিটাৰ বাহিৰে সকলোবোৰ বৰ্ণৰে আদ্য, মধ্য আৰু অন্ত্য অৱস্থানত বিৰোধ পোৱা যায়। যথা,—

২.১১ **আদ্য অৱস্থানৰ বিৰোধ :**

| | | | |
|---|---|---|---|
| **প** | ... | **পআত**, 'পাত', 'পাট' সূতা, | **পআল**, 'পাল', 'পালন কৰ'; |
| **ফ** | ... | **ফআত**, 'ফাট', | **ফআল**, 'ফাল'; |
| **ব** | ... | **বআত**, 'বাট'; | **বআল**, 'বাল'; |
| **ভ** | ... | **ভআত**, 'ভাত'; | **ভআল**, 'ভাল'; |
| **ত** | ... | **তআক**, 'তাৰ'; | **তআল**, 'তাল'; |
| **থ** | ... | **থআক**, 'থাক' | **থআল**, 'থাল', |
| **দ** | ... | **দআক**, 'ডাক'; | **দআল**, 'ডাল', |
| **ধ** | ... | **ধআক**, 'ঢাক'; | **ধআল**, 'ঢাল'; |
| **ক** | ... | **কআত**, 'কাট'; | **কআল**, 'কাল', |
| **খ** | ... | **খআত**, 'খাট'; | **খআল**, 'খাল', |
| **গ** | ... | **গআত**, 'গাত'; | **গআল**, 'গাল', |
| **ঘ** | ... | **ঘআত**, 'ঘাট'; | **ঘআল**, 'ঘাল', |
| **স** | ... | **সআত**, 'ছাট' অথবা 'চাট', | **সআল**, 'চাল' অথবা 'ছাল'; |
| **য** | ... | **যআত**, 'জাত'; | **যআল**, 'জাল'; |
| **ষ** | ... | **ষআত**, 'সাত'; | **ষআল**, 'শাল', |
| **হ** | ... | **হআত**, 'হাত', | **হআল**, 'হাল'; |
| **ম** | ... | **মআত**, 'মাত'; | **মআল**, 'মাল'; |
| **ন** | ... | **নআত**, 'নাট'; | **নআল**, 'নাল'; |
| **ৰ** | ... | **ৰআখ**, 'ৰাখ', | **ৰউতই**, 'ৰুটি'; |
| **ল** | ... | **লআখ**, 'লাখ'; | **লউতই**, 'লুটি'; ইত্যাদি। |

২.১২ **মধ্য অবস্থানৰ বিবোধ।** আন্তঃস্বৰ অবস্থানত ৰ য় ভিন্ন সকলোবোৰ ব্যঞ্জনৰ বিবোধ পোৱা যায়। তলত তাৰে উদাহৰণ দাঙি ধৰা হৈছে।

| | | | | | |
|---|---|---|---|---|---|
| **প** | ··· | **এপআল**, 'এপাল'; | **ব** | ··· | **আবআষ**, 'আবাস'; |
| **ফ** | ··· | **এফআল**, 'এফাল'; | **ভ** | ··· | **আভআষ**, 'আভাস'; |
| **ত** | ··· | **এতআ**, 'এটা'; | **দ** | ··· | **আদঅ'ৰউআ**, 'আদকৰা'; |
| **থ** | ··· | **এথআ**, 'এঠা'; | **ধ** | ··· | **আধঅ'ৰউআ**, 'আধকৰা; |
| **ক** | ··· | **আকঅৰ**, 'আকৰ'; | **গ** | ··· | **বআগঅৰ**, 'বাগৰ'; |
| **খ** | ... | **আখঅৰ**, 'আখৰ'; | **ঘ** | ··· | **বআঘঅৰ**, 'বাঘৰ'; |
| **স** | ··· | **আসআৰ**, 'আচাৰ'; | **য** | ··· | **আযআৰ**, 'আজ্ঞাৰ; |
| **ষ** | ··· | **আষআৰ**, 'আষাৰ'; | **হ** | ·· | **আহআৰ**, 'আহাৰ'; |
| **ম** | ··· | **বআমই**, 'বামী'; | | | |
| **ন** | ··· | **বআনই**, 'বাণী'; | | | |
| **ঙ** | ·· | **বআঙই**, 'বাঙি; | | | |
| **ৰ** | ··· | **আৰউ**, 'আৰু'; | | | |
| **ল** | ··· | **আলউ**, 'আলু'; ইত্যাদি। | | | |

২.১৩ **অন্ত্য বিবোধ।** স্বৰ অনুবৰ্ত্তী অবস্থানত ৰ য় ভিন্ন সকলো বৰ্ণৰ বিবোধ পোৱা যায়। যথা,

| | | |
|---|---|---|
| **প** ··· **পআপ**, 'পাপ'; | **সআপ**, | 'ছাপ' অৰ্থাৎ "হেঁচা"; |
| **ফ** ··· **লআফ**, 'লাফ্'; | **সআফ**, | 'চাফ্' "পৰিষ্কাৰ"; |
| **ব** ··· **পআব**, 'পাব'; | **সআব**, | 'চাব' "মোহৰ"; |
| **ভ** ··· **লআভ**, 'লাভ'; | **লওভ**, | 'লোভ'; |
| **ত** ··· **মঅত**, 'মত'; | **মউত**, | 'মুত'; |
| **থ** ··· **মঅথ**, 'মঠ'; | **মউথ**, | 'মুঠ'; |
| **দ** ··· **মঅদ**, 'মদ'; | **মউদ**, | 'মুদ'; |
| **ধ** ··· **বঅধ**, 'বধ', "হত্যা"; | **মউধ**, | 'মুধ'; |
| **ক** ... **সঅক**, 'চক্'; | **দইক**, | 'দিক'; |
| **খ** ··· **সঅখ**, 'চখ'; | **দএখ**, | 'দেখ'; |
| **গ** ··· **বআগ**, 'বাগ'; | **দইগ**, | 'দীগ্' (যেনে, 'দীগ দে'); |

**ঘ** … **বআঘ**, 'বাঘ' ; **দইঘ**, 'দীঘ' ;
**স** … **বইস**, 'বিচ' ; **বআস**, 'বাছ' ;
**য** … **বইয**, 'বীজ' ; **বআয**, 'বাজ' ;
**ষ** … **বইষ**, 'বিষ' ; **বআষ**, 'বাস' ;
**হ** … **বইহ**, 'বিহ' ; **বআহ**, 'বাহ' ,
**ম** … **পআম**, 'পাম' ; **হইম**, 'হিম' ;
**ন** … **পআন**, 'পাণ' ; **হইন**, 'হীন' ,
**ঙ** … **পআঙ**, 'পাং' ; **হইঙ**, 'হিং' ;
**ৰ** … **পআৰ**, 'পাৰ' ; **মএৰ**, 'মেৰ' ;
**ল** … **পআল**, 'পাল' ; **মএল**, 'মেল' , ইত্যাদি।

২.২০ **বৰ্ণমালাৰ প্ৰয়োগ।** ওপৰত আলোচিত বিবোধ বিচাৰত অসমীয়া ভাষাৰ ২৩টা ব্যঞ্জন বৰ্ণ পোৱা গল। এই ব্যঞ্জনবোৰৰ সকলো অৱস্থানত সমানে প্ৰয়োগ নহয়। তলত তাৰে বহল আলোচনা কৰা হৈছে।

২.২১ শব্দৰ আৰম্ভণিতে স্বৰবৰ্ণৰ আগত **ৱ য় ঙ** এই তিনিটা বৰ্ণৰ বাহিৰে আন সকলোবোৰ বৰ্ণ পোৱা যায়। **ৱ য় ঙ** শব্দৰ আদিতে প্ৰয়োগ নহয় কাৰণে বৰ্ণমালাখন পঢ়োঁতে লৰাছোৱালীবোৰে আৰু শিকাওঁতে শিক্ষকেও যথাক্ৰমে 'উৱ', 'ইয়' আৰু 'উঙ' বুলিহে মাতে। এইবোৰ ধ্বনিৰে আৰম্ভ হোৱা বিদেশী শব্দৰ উচ্চাৰণতো সেয়েহে স্বৰধ্বনিৰ আগম হয়। যেনে, Washington, 'ওৱাশিংটন' ; New York, 'নিউ ইয়ৰ্ক' ; Nkruma, 'এঙ্ক্ৰুমা' ( Ghana ৰ ভূতপূৰ্ব্ব ৰাষ্ট্ৰপতি ) ; ইত্যাদি।

সংযুক্ত ব্যঞ্জনৰ আদি ব্যঞ্জন ৰূপে শব্দৰ আৰম্ভণিত প্ৰয়োগ হোৱা ১৫টা ব্যঞ্জন বৰ্ণ আছে ; যেনে, **প ত ক ব দ গ ভ ধ ঘ খ ম ন স ষ হ** , ( চাওক: সংযুক্ত ব্যঞ্জন, ছেদ ২. ৫২. ১১ )।

২.২২ **ৱ** আৰু **য়** ভিন্ন সকলোবোৰ ব্যঞ্জন শব্দৰ মাজত আন্তঃস্বৰ অৱস্থানত অৰ্থাৎ দুটা স্বৰবৰ্ণৰ মধ্যস্থ বৰ্ণৰূপে প্ৰয়োগ হয়[৪]।

---

৪. অসমীয়া লিপিমালাত লিখোঁতে 'য়' আৰু 'ৱ' ৰো আন্তঃস্বৰ অৱস্থানত প্ৰয়োগ দেখুওৱা হয়। যেনে, 'শিয়াল', 'মায়া', 'বোৱা', 'শোৱা', 'মকৰা', 'সেৱা', ইত্যাদি। এই শব্দবোৰত 'য়' আৰু 'ৱ' আখৰে বুজোৱা ধ্বনিটো প্ৰকৃত পক্ষে শ্ৰুতিধ্বনিহে। পূৰ্ব্ববৰ্ত্তী উচ্চ বা উচ্চতৰ স্বৰ আৰু পৰবৰ্ত্তী নিম্ন স্বৰৰ মাজত, ( নাইবা পূৰ্ব্ববৰ্ত্তী নিম্ন স্বৰ আৰু পৰবৰ্ত্তী উচ্চ স্বৰৰ

২.২৩ পদান্ততো য় আৰু ৱ ভিন্ন সকলো ব্যঞ্জনৰ প্ৰয়োগ হয়[৫]।

পদান্তত সংযুক্ত ব্যঞ্জনৰ অন্ত্যবৰ্ণ ৰূপে **প ত দ থ ম ল স হ** এই বৰ্ণ কেইটা পোৱা যায়। এই বৰ্ণকেইটা মাথোন **ম ল ৰ** এই তৰল বৰ্ণ কেইটাৰ লগত উক্ত অৱস্থানত সংযুক্ত হ'ব পাৰে। (চাওক: ছেদ ২. ৫২. ১২)।

২.২৪ অসমীয়া ভাষাত মহাপ্ৰাণ বৰ্ণবোৰৰ প্ৰয়োগত কিছু বৈশিষ্ট্য দেখা যায়। অন্ত্য অৱস্থানত ইহঁতৰ প্ৰয়োগ এক প্ৰকাৰ বিৰল বুলি ক'ব পাৰি। সঘোষতকৈ অঘোষ মহাপ্ৰাণ বৰ্ণৰ প্ৰয়োগ বেছি বিৰল।

অন্ত্য প্ৰয়োগত সকলোবোৰ মহাপ্ৰাণ বৰ্ণ তেনেই শিথিল হৈ উচ্চাৰণ হয়। অসমীয়া ভাষাৰ কোনো উপভাষাত **ফ থ খ ভ ধ ঘ** এই মহাপ্ৰাণ বৰ্ণ ছটাৰ **ধ** আৰু **ঘ** ভিন্ন বাকীবোৰ সিহঁতৰ বৰ্গীয় ঘৃষ্ট বা উষ্ম ধ্বনি ৰূপে উচ্চাৰণ হোৱা শুনা যায়। অৰ্থাৎ **ফ থ খ ভ** বৰ্ণৰ উচ্চাৰণ যথাক্ৰমে [**ফ থ খ ভ**] হয়। (উদাহৰণ চাওক: ছেদ ২.৪১.১২৩; ২.৪১.২২৫; ২.৪১.৩২; ২.৪১. ১৪৫)।

সাধু অসমীয়া ভাষাৰ তদ্ভৱ শব্দত ওচৰা উচৰিকৈ একাধিক মহাপ্ৰাণ বৰ্ণৰ

---

মাজতো) এই শ্ৰুতিধ্বনিবোৰ উচ্চাৰণ হয় আৰু সাধাৰণতে লিখোঁতেও সেইবোৰ লিখা হয়। প্ৰান্তীয় /**ই এ' এ**/ স্বৰৰ পিছত [য়] আৰু মূলীয় /**উ ও অ'**/ স্বৰৰ পিছত [ৱ] শ্ৰুতি উচ্চাৰণ হয়।

পূৰণি অসমীয়া লিখন ৰীতিত শ্ৰুতিধ্বনিবোৰক স্বীকৃতি দিয়া হোৱা নাছিল। সেয়েহে, "ব্ৰাহ্মণে যবনক চোএ" (ক. গু. চ. পৃঃ ১৫৪); "বৌমাতৃৰে একে শয্যা শোএ" (ক. গু. চ. পৃঃ ১৫৮); "সবাকে ধুতিএ কৰি ভোজন কৰাই" (ক.গু.চ.পৃঃ ১৬০); "পাছে বুৰীএ বোলে মোক জানিবা জীউ দান হে দিলা"—ইত্যাদি। এই বাক্য কেইটাৰ "চোএ", "শোএ", "ধুতিএ" আৰু "বুৰীএ" শব্দত /ৱ/ আৰু /য়/ শ্ৰুতি লিখি দেখুওৱা হোৱা নাই। আধুনিক অসমীয়া লিখন ৰীতিত এই শব্দ কেইটাৰ ৰূপ যথাক্ৰমে, 'চোৱে', 'শোৱে', 'ধুতিয়ে' আৰু 'বুঢ়ীয়ে'।

নিম্ন স্বৰধ্বনিৰ পিছত উচ্চস্বৰধ্বনি থাকিলেও শ্ৰুতিধ্বনিৰ সৃষ্টি হয়। মাথোন এনে ক্ষেত্ৰত শ্ৰুতিগুণ নিচেই সামান্য হোৱা হেতু বক্তা আৰু শ্ৰোতাৰ কাণত বৰকৈ ধৰা নপৰে। এই বিষয়ে বহল আলোচনা চাওক—ছেদ ৩ ৪১.১৩—১৪।

৫. অসমীয়া ভাষাৰ লিখন ৰীতিত পদান্ততো 'য়' আৰু 'ৱ' পোৱা যায়। যেনে, 'যায়' 'লয়' 'হিমালয়', 'হৰয়', 'পাৱ', ইত্যাদি।

বৰ্তমান আলোচনাত 'য়' আৰু 'ৱ' ক বৰ্ণ বুলি স্বীকৃতি দিয়া হোৱা নাই। ইহঁত যথাক্ৰমে /**ই এ' এ**/ আৰু /**উ ও অ'**/ৰ উপধ্বনি বুলি দেখুওৱা হৈছে। এই বিষয়ে স্বৰ বৰ্ণবোৰৰ উপধ্বনি চাওক—ছেদ ৩.৪১.১৩—১৪ আৰু ৩.৪৭.১৪—১৫ আৰু ৩.৪৮.১৩—১৪।

উচ্চাৰণ পোৱা নাযায়। (এই লিখকে এতিয়ালৈকে 'ভিখাৰী' শব্দটো মাথোন সংগ্ৰহ কৰিব পাৰিছে।) তৎসম 'অভিধান', 'অভিভাষণ' আদি শব্দ সেয়েহে সাধাৰণতে যথাক্ৰমে 'অবিধান' আৰু 'অবিভাষণ' ৰূপে উচ্চাৰণ হোৱা শুনা যায়।

নামনি অসমৰ ভাষাত মহাপ্ৰাণ বৰ্ণৰ প্ৰয়োগ বহুল। উজনি অসমৰ সাধু ভাষাৰ অল্পপ্ৰাণ বৰ্ণৰ ঠাইত নামনি অসমৰ ভাষাত মহাপ্ৰাণ বৰ্ণ উচ্চাৰণ হয়। যেনে,

| সাধু ভাষা | নামনি অসমৰ ভাষা |
|---|---|
| **ভওক**, 'ভোক' | **ভঅখ**, 'ভখ্' ; |
| **ঘআগঅ'ৰই**, 'ঘাগৰি' | **ঘআঘৰই**, 'ঘাঘ্ৰি' ; |
| **থওঁত**, 'ঠোঁট' | **থঅথ**, 'থথ' ; |
| **হএঁতআ**, 'হেঁতা' | **হআথআ**, 'হাথা' ; ইত্যাদি। |

## ২.৩০ ব্যঞ্জন বৰ্ণৰ সাধাৰণ উপধ্বনি।

পৰিবেশ ভেদে বৰ্ণবোৰৰ ধ্বনিগুণৰ তাৰতম্য ঘটে, উচ্চাৰণ বেলেগ হয়। সেয়েহে ধ্বনিৰ উচ্চাৰণত পৰিবেশৰ গুৰুত্বপূৰ্ণ ভূমিকালৈ বিশেষ লক্ষ্য ৰখা প্ৰয়োজন।

অসমীয়া ব্যঞ্জন বৰ্ণ সমূহৰ নিম্নোক্ত পৰিবেশবোৰত ধ্বনিগুণৰ তাৰতম্য মন কৰিব লগীয়া।

**২.৩১ অনুনাসিক সংযুক্ত বৰ্ণ।** স্পৰ্শ বৰ্ণবোৰ অনুবৰ্ত্তী অনুনাসিক বৰ্ণৰ লগত সংযুক্ত হলে স্পৰ্শবৰ্ণৰ মুক্তি অনুনাসিক হয় ; অৰ্থাৎ, উচ্চাৰণ-স্থানৰ পৰা উচ্চাৰণ-কৰণ আঁতৰি অহাৰ লগে লগে বায়ুপ্ৰবাহ নাকেৰে বাহিৰলৈ ওলাই যায় (উদাহৰণ চাওক: চেদ ২.৪১.১:৭ ; ২.৪১.২১৯ ; ২.৪১.৩১৯ )।

**২.৩২ 'য়'-সংযুক্ত বৰ্ণ।** কেবল 'য'-কাৰ সংযুক্ত ব্যঞ্জন ধ্বনি শব্দৰ মাজত সদায় অৰ্দ্ধদীৰ্ঘ হয় ; অৰ্থাৎ, ব্যঞ্জনটোৰ স্বাভাৱিক মাত্ৰাৰ ডেৰগুণ মাত্ৰা লাভ কৰে[৩]।

---

৩. 'য'-কাৰ-সংযুক্ত ধ্বনিৰ দৈৰ্ঘ্যৰ মাত্ৰা কথাকোৱাৰ ধৰণৰ ওপৰত প্ৰধানকৈ নিৰ্ভৰ কৰে। শব্দৰ উক্তিত, একাকী অথবা গুৰুত্বসূচক উক্তিত মাত্ৰা সদায় দীৰ্ঘ হয়।

'ৰেফ' আৰু 'য'-কাৰ সংযুক্ত ধ্বনিৰ মাত্ৰা বিকল্পে অৰ্দ্ধদীৰ্ঘ হয়। এনে বিকল্প অৰ্দ্ধদীৰ্ঘ মাত্ৰাও কথা কোৱাৰ ধৰণৰ ওপৰত নিৰ্ভৰ কৰে যেন লাগে।

অসমীয়া ভাষাত ঙ ৱ ষ হ বৰ্ণৰ লগত 'ৰ'-কাৰ সংযুক্ত নহয়। স্পৰ্শ মহাপ্ৰাণ বৰ্ণবোৰৰ স্পৰ্শ অৰ্থাৎ নিয়তাংশ মাথোন অৰ্দ্ধদীৰ্ঘ হয়। শব্দৰ আদিতে থকা নাইবা সংযুক্ত ব্যঞ্জনৰ লগত 'ৰ'-কাৰ লগ লাগিলে এই নিয়ম নাখাটে (চাওক: ছেদ ২.৪১.১৩৪-৫ ; ২.৪১.১৪৩ ; ২.৪১.২১৪ ; ২.৪১.২২৩ ; ২.৪১.২৩৫ ; ২.৪১.২৪৩ ; ২.৪১.৩১১ ; ২.৪১.৩২১ ; ২.৪১.৩৩৩)।

**২.৩৩ 'ৰ'-সংযুক্ত বৰ্ণ।** 'ৰ'-সংযুক্ত বৰ্ণ অসমীয়াত দুই প্ৰকাৰৰ ; কেতিয়াৰ 'ৰ' সংযুক্ত আদি বৰ্ণ ৰূপে অৰ্থাৎ 'ৰেফ' ৰূপে নাইবা 'ৰ'-কাৰ অৰ্থাৎ সংযুক্ত অন্ত্যবৰ্ণ ৰূপে পোৱা যায়[৭]।

'ৰেফ্' যুক্ত বৰ্ণ শব্দৰ আদিতে কেতিয়াও পোৱা নাযায়। শব্দৰ অন্তত কেইটামান বিদেশী ঋণ শব্দত মাথোন ইয়াৰ উচ্চাৰণ হয়। শব্দৰ মাজত 'ৰেফ্' অৰ প্ৰয়োগ বহুল।

---

৭. 'ৰ'-সংযুক্ত ধ্বনি অৰ্দ্ধদীৰ্ঘ ; সেই হেতুকে লিখোঁতে সেইবোৰ দ্বিত্বকৈ লিখাৰ নিয়ম চলি আহিছে। যেনে, 'ৰ্ত্ত, ৰ্দ্দ, ৰ্প্প, ৰ্ব্ব, ৰ্ম্ম, ৰ্ল্ল' ইত্যাদি। ধ্বনিবোৰৰ এনে দৈৰ্ঘ্য পৰিবেশজনিত, অৰ্থাৎ 'ৰ'-সংযুক্ত হোৱা কাৰণেহে ইহঁত অৰ্দ্ধদীৰ্ঘ হয় ; এতেকে এই মাত্ৰা বিজ্ঞাত বা predictable। বৰ্ণবিজ্ঞানৰ নিয়ম অনুসৰি, যিবোৰ ধ্বনি বা ধ্বনিগুণ বিজ্ঞাত সেইবোৰ লিখি নেদেখুৱালেও ভুল নহয়। ইয়াৰ অৰ্থ হল, 'ৰ'-সংযুক্ত হ'লে স্বাভাৱিকতে ধ্বনিবোৰ অৰ্দ্ধদীৰ্ঘ হবই ; লিখোঁতে দীৰ্ঘ অথবা দ্বিত্বকৈ নিলিখিলেও পঢ়োঁতাই সেইবোৰ দীৰ্ঘকৈয়ে উচ্চাৰণ কৰিব। এই মতে বিবেচনা কৰি চালে অসমীয়া অৰ্দ্ধদীৰ্ঘ এই বিজ্ঞাত ধ্বনিবোৰ দ্বিত্ব কৰি লিখাৰ কোনো অৰ্থ নাই। কিন্তু অসমীয়া ভাষাত দ্বিত্বকৈ লিখাৰ পৰম্পৰা এটা পূৰ্ব্বৰে পৰা চলি আহিছে।

অসমীয়া ভাষাৰ লিখন ৰীতিৰ আমূল পৰিবৰ্ত্তনৰ প্ৰয়োজন হৈছে। এই দ্বিত্ব আখৰ বোৰৰ উপৰিও আৰু বহুতো আখৰৰ প্ৰয়োগত সংশোধন অতি আৱশ্যক। এনে পৰিবৰ্ত্তন কৰিবলৈ হলে অসম সাহিত্য সভা, অসম চৰকাৰৰ শিক্ষাবিভাগ, বাতৰি কাকত আৰু আলোচনী বোৰৰ সম্পাদক সকল, পুথি প্ৰকাশ-প্ৰতিষ্ঠানবোৰ, প্ৰেছ, শিক্ষিত সম্প্ৰদায় আৰু সাহিত্যিক সকল, তথা সৰ্ব্বো অসমবাসী এক মত হৈ আগ বাঢ়িব লাগিব। গতিকে যেতিয়ালৈকে তেনে সামূহিক প্ৰচেষ্টা নচলে তেতিয়ালৈকে পূৰ্ব্বাপৰ চলি অহা ৰীতিকে অনুসৰণ কৰিব লাগে। তাকে নকৰি পাইগুটীয়া ভাবে আগ বাঢ়িলে অসমীয়া লিখন ৰীতিত অৰাজকতাৰ সৃষ্টি হব মাথোন।

সংস্কৃত ভাষাতো 'ৰ'-সংযুক্ত ধ্বনি দীৰ্ঘ হোৱাৰ নিয়ম আছিল (এই বিষয়ে W.S. Allen এ লিখা Phonetics in Ancient India, ১৯৫৩ চন, ছেদ ৩.১২৫, পৃষ্ঠা ৭৯ চাওক)। কিন্তু সংস্কৃতত আখৰ দ্বিত্বকৈ লিখা হৈছিল। অসমীয়া ভাষাৰ লিপিৰ সংশোধনীত এই পুথিৰ আলোচনাই দিক্দৰ্শন কৰাত সহায় কৰিব বুলি আশা কৰা হৈছে।

'ৰ'-কাৰ সংযুক্ত বৰ্ণ শব্দৰ আদিতে আৰু মাজত পোৱা যায়।

'ৰ' সংযুক্ত হ'লে সকলো বৰ্ণৰে অৰ্দ্ধদীৰ্ঘ বিকল্প উচ্চাৰণ পোৱা যায়। অৰ্থাৎ 'ৰ'-সংযুক্ত ধ্বনিটোৰ মাত্ৰা কেতিয়াবা একে সমানে থাকে আৰু কেতিয়াবা ডেৰগুণ বৃদ্ধি পায়।

পূৰ্ব্ববৰ্ত্তী স্বৰ শ্বাসাঘাত যুক্ত হ'লে মাত্ৰা সদায় অৰ্দ্ধদীৰ্ঘ হয় অৰ্থাৎ বিকল্প নাথাকে।

স ষ ভিন্ন সকলোবাৰ 'ৰেফ' যুক্ত দন্তমূলীয় বৰ্ণৰ উচ্চাৰণ ঈষৎ মূৰ্দ্ধণ্য হয়।

২.৩৪ শব্দৰ মাজত সকলো সংযুক্ত ব্যঞ্জনৰ আদি বৰ্ণৰ উচ্চাৰণ বিকল্পে অতি সামান্য ভাবে দীৰ্ঘ হয়। এই দীৰ্ঘত্ব সচৰাচৰ বক্তাৰ কথন ভঙ্গীৰ ওপৰত নিৰ্ভৰ কৰে।

২.৩৫ **আদ্য প্ৰয়োগ।** শব্দ বা বাক্যৰ আদিতে স্বৰবৰ্ণৰ পূৰ্ব্ববৰ্ত্তী একাকী ব্যঞ্জন বৰ্ণৰ উচ্চাৰণ সদায় সুস্থিৰ হয়।

সঘোষ মহাপ্ৰাণ স্পৰ্শবৰ্ণকেইটাৰ ঈষৎ উদ্গীৰ্ণ (slightly glottalized) বিকল্প ৰূপ একোটাও উচ্চাৰণ হোৱা শুনা যায়।

য হ ৰ ল এই অনিয়ত বৰ্ণকেইটা আদ্য প্ৰয়োগত অঘোষ ৰূপে আৰম্ভ হৈ তৎ মুহূৰ্ত্ততে সঘোষ হৈ পৰে। সকলোবোৰ অনিয়ত বৰ্ণৰ উচ্চাৰণ ঈষৎ দীৰ্ঘ হয়।

২.৩৬ **অন্ত্য প্ৰয়োগ।** স্বৰ অনুবৰ্ত্তী অন্ত্য একাকী ব্যঞ্জন বৰ্ণৰ উচ্চাৰণত সদায় মাত্ৰাৰ তাৰতম্য ঘটে। এই তাৰতম্যত ব্যঞ্জনটোৰ দৈৰ্ঘ্য নিৰ্ণয় কৰে অন্ত্য সন্ধিয়ে।

মধ্যসন্ধি অৰ্থাৎ হাইফেন বা কমাৰ পূৰ্ব্ববৰ্ত্তী অন্ত্য ব্যঞ্জনৰ দৈৰ্ঘ্য স্বাভাৱিক মাত্ৰাৰ প্ৰায় দুগুণ; বহিঃ সন্ধিৰ পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনৰ দৈৰ্ঘ্য ততোধিক বেছি।

অনিয়ত ব্যঞ্জনৰ দৈৰ্ঘ্য অমুক্ত অথবা নিয়ত ব্যঞ্জনতকৈ সদায় বেছি।

অনিয়ত দুষ্ট য হ আৰু ৰ ল পদান্তত অঘোষ হৈ অন্ত পৰে।

২.৩৭ **আন্তঃস্বৰ প্ৰয়োগ।** দুটা স্বৰধ্বনিৰ মাজত থকা ব্যঞ্জনবোৰৰ উচ্চাৰণ সদায় আপেক্ষিক ভাবে শিথিল। মহাপ্ৰাণ বৰ্ণৰ শিথিলতা অল্পপ্ৰাণ বৰ্ণতকৈ বেছি।

**২.৩৮ স্বৰৰ প্ৰভাৱ।** পূৰ্ব্ববৰ্ত্তী অথবা পৰবৰ্ত্তী স্বৰৰ প্ৰভাৱতো ব্যঞ্জন বৰ্ণৰ ধ্বনিগুণৰ তাৰতম্য ঘটে।

মূলীয় উচ্চ স্বৰ **উ ও** ৰ পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনৰ উচ্চাৰণত ওঁঠ দুটা স্বাভাৱিকতে ঈষৎ সংবৃত্ত হৈ পৰে। এই স্বৰ দুটাৰ মাজত উচ্চাৰিত ব্যঞ্জনৰ ক্ষেত্ৰত ওঁঠৰ সংবৃত্তত্ব আপেক্ষিক ভাবে বৃদ্ধি পায়। সেইদৰে, অনিয়ত ঘৃষ্ট **স য য হ** বৰ্ণৰ উচ্চাৰণত অন্যান্য ব্যঞ্জনতকৈ কিঞ্চিৎ বেছি সংবৃত্ত হোৱা দেখা যায়।

প্ৰান্তীয় স্বৰ **ই** এ' এ ৰ আসন্ন ব্যঞ্জনৰ উচ্চাৰণ ঈষৎ অগ্ৰ আৰু মূলীয় **উ ও অ' অ** ৰ আসন্ন ব্যঞ্জনৰ উচ্চাৰণ ঈষৎ পশ্চ হয়।



## ২.৪০ ব্যঞ্জন বৰ্ণৰ বিশদ আলোচনা

**২.৪১ প্ৰস্ফোট বৰ্ণমালা।** যিবোৰ ধ্বনিৰ উচ্চাৰণত উচ্চাৰণ-কৰণে উচ্চাৰণ-স্থানত স্পৰ্শ কৰি বহিৰ্গামী বায়ুপ্ৰবাহটো সম্পূৰ্ণৰূপে বোধ কৰে, আৰু উচ্চাৰণ-কৰণ আঁতৰাই অনাৰ লগে লগে স্ফোটন হয় সেইবোৰকে প্ৰস্ফোট ধ্বনি বোলে। অসমীয়া ভাষাত ওঁঠত ঔষ্ঠ্য, দন্তমূলত দন্তমূলীয় আৰু কোমল তালুত পশ্চ-তালব্য প্ৰস্ফোট ধ্বনি উচ্চাৰণ হোৱা দেখা য'য়।

**২.৪১.১০ ঔষ্ঠ্য বৰ্গ।**

যি ধ্বনিৰ উচ্চাৰণত তলৰ ওঁঠটোৰে ওপৰৰ ওঁঠত স্পৰ্শ ক'ৰি হাওঁফাওঁৰ পৰা ওলাই অহা বায়ুপ্ৰবাহ খন্তেকৰ বাবে সম্পূৰ্ণ বোধ কৰি এৰি দিয়া হয় সেইবোৰকে ঔষ্ঠ্য প্ৰস্ফোট ধ্বনি বোলে। এনে ঔষ্ঠ্য ধ্বনিৰে অসমীয়া ভাষাত **প ফ ব ভ** এই চাৰিটা বৰ্ণ গঠন হৈছে।

**২.৪১.১১ অঘোষ অল্পপ্ৰাণ প বৰ্ণ।** এই বৰ্ণৰ উপধ্বনিবোৰৰ উচ্চাৰণ সদায় দ্বোষ্ঠ্য আৰু অঘোষ, অৰ্থাৎ, ইহঁতৰ উচ্চাৰণত কণ্ঠস্থ স্বৰতন্ত্ৰীৰ স্পন্দন নহয়।

'প' আখৰেৰে এই বৰ্ণটো লিখা হয়।

**২.৪১.১১১ স্ফুখিৰ [ প ]।** স্বৰবৰ্ণৰ পূৰ্ব্ববৰ্ত্তী একাকী [ প ] শব্দৰ আদিতে সদায় বৰ জোৰেৰে স্ফোটন হৈ উচ্চাৰিত হয়। **ই এ' এ আ উ** স্বৰৰ আগত থাকিলে **[ প ]** অৰ স্ফুখিৰতা অত্যন্ত বেছি হয়। যেনে,

| | |
|---|---|
| **পইথই**, 'পিঠি' ; | **পইতঅলই** 'পিতলি' ; |
| **পইতঅল**, 'পিতল' ; | **পইন**, 'পিন' ( ইং ) ; |
| **পএ'তউ**, 'পেটু' ; | **পএহই**, 'পেহী' , |
| **পএলঅনই**, 'পেলনি' ; | **পএত**, 'পেট' ; |
| **পএৰআ**, 'পেৰা' ; | **পআত**, 'পাত' অথবা 'পাট' ; |
| **পআগউৰই**, 'পাগুৰি' ; | **পআওনআ**, 'পাওনা' ; |
| **পউৰ**, 'পুৰ' ; | **পউৰঅ'নই**, 'পুৰণি' ; ইত্যাদি। |

২.৪১.১১২ মূলীয় **অ অ' ও স্বৰৰ পূৰ্ব্ববৰ্ত্তী [ প ]** অৰ স্থিৰতা ঈষৎ হ্ৰাস পায়। যেনে,

**পঅথআলই**, 'পথালি'; **পঅতঅন**, 'পতন';
**পঅ'তউ**, 'পটু'; **পঅ'ৰউআ**, 'পকৰা';
**পঅ'থইলআ**, 'পথিলা'; **পওহঅৰ**, 'পোহৰ';
**পওন**, 'পোন'; **পওসআক**, 'পোছাক';
**পওআলই**, 'পোৱালি'; **পঅৰঅন**, 'পৱন'; ইত্যাদি।

২.৪১.১১৩ দুটা অক্ষৰ থকা শব্দত আন্তঃস্বৰ অবস্থানত পৰবৰ্ত্তী আসন্ন অক্ষৰটো যদি বন্ধ হয়, তেতিয়াও ঈষৎ স্থিৰ [ প ] ধ্বনি উচ্চাৰণ হোৱা শুনা যায়। যেনে,

**বইপআক**, 'বিপাক'; **বআপএক**, 'বাপেক',
**এপআক**, 'এপাক', **ষঅপঅত**, 'শপত',
**কউপইত**, 'কোপিত'; **পআপইৰ**, 'পাপীৰ';
**কআপওৰ**, 'কপোৰ'; **ষঅপওন**, 'সপোন';
**লএপএত**, 'লেপেট'; **গউপউত**, 'গুপুত';
**কঅপআল**, 'কপাল'; **দউপঅৰ**, 'দুৰ্পৰ'; ইত্যাদি।

২.৪১.১১৪ **শিথিল [ প ]**। আন্তঃস্বৰ আন সকলো অবস্থানত [ **প** ] অৰ উচ্চাৰণ শিথিল, অৰ্থাৎ বাগিন্দ্ৰিয়বোৰ শিথিল হৈ থাকে। যেনে,

**সএপএতআ**, 'চেপেটা'; **সইপআহই**, 'চিপাহী';
**ষইপইনই**, শিপিনী'; **যআপআনই**, 'জাপানী';
**হইতওপঅদএ'ষ**, 'হিতোপদেশ'; **বইতওপঅন**, 'বিতোপন';
**বআপএ'কই**, 'বাপেকি'; **আপউনই**, 'আপুনি';
**তওপঅনই**, 'টোপনি'; **দউতঅ'বঅ'পইআ**, 'দুতবপীয়া';
**তঅথআপইতও**, 'তথাপিতো'; **কবইপঅনআলই**, 'কপনালি';
ইত্যাদি।

২.৪১.১১৫ **অস্ফোট [ প ]**। নিয়ত বৰ্ণৰ লগত পূৰ্ব্ব বৰ্ণৰূপে সংযুক্ত হলে [ প ] অৰ উচ্চাৰণ অমুক্ত হয়; অৰ্থাৎ, স্ফোটন নহয়। তেতিয়া ই আপেক্ষিকভাবে স্থিৰ হয়। যেনে,

**থআপপঅৰ**, 'থাপ্পৰ'; **ষঅপতআহ**, 'সপ্তাহ';

**বয়আপতঅ**, 'ব্যাপ্ত' ; **সএপতএমবঅৰ**, 'ছেপ্টেম্বৰ' ;

**ষঅপতঅ'মই**, 'সপ্তমী' ; **লউপ্তঅ**, 'লুপ্ত' ; ইত্যাদি।

– ২.৪১.১১৬ পদান্ত [ প ] অৰ উচ্চাৰণত কেতিয়াবা মুক্তি হয় আৰু কেতিয়াবা নহয়। মুক্তি নহলে ইয়াৰ উচ্চাৰণ ঈষৎ দীৰ্ঘ আৰু সুথিৰ হয়। যেনে,

**দইপ**, 'দীপ' ; **ষএপ**, 'ক্ষেপ' ;

**আলআপ**, 'আলাপ' ; **ষঅনতআপ**, 'সন্তাপ' ;

**পৰঅকওপ**, 'প্ৰকোপ' ; **তওপ**, 'টোপ' ;

**সঅ'ৰউপ**, 'স্বৰূপ' ; **কইতইপ**, 'কিটিপ' ;

**বইলওপ**, 'বিলোপ' ; **দইপলইপ**, 'দীপলিপ ; ইত্যাদি।

২.৪১.১১৭ **অনুনাসিক** [ প ]। নাসিক্য বৰ্ণ ন অৰ পূৰ্ব্ববৰ্ত্তী সংযুক্ত [ প ] অৰ উচ্চাৰণত নাকেৰে ইয়াৰ মুক্তি লাভ হয়[৮] ; অৰ্থাৎ উচ্চাৰণ-কৰণ আঁতৰি অহাৰ লগে লগে বায়ুৰ সোঁতটো নাকেৰে ওলাই যায়। যেনে,

**সঅপনঅ**, 'স্বপ্ন'।

২.৪১.১১৮ **অৰ্দ্ধদীৰ্ঘ** [ প ]। কেৱল ৰ সংযুক্ত পৰিবেশত [ প ] বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়। অৰ্দ্ধদীৰ্ঘ নহলে ই শিথিল হৈ থাকে। যেনে,

**দঅৰপঅ**, 'দৰ্প' ; **অৰপঅন**, 'অৰ্পণ' ;

**ষঅৰপঅ**, 'সৰ্প' ; **আপৰআন**, 'আপ্ৰাণ',

**বইপৰঅ**, 'বিপ্ৰ' ; **সইপৰআঙ**, 'চিপ্ৰাং ; ইত্যাদি।

২.৪১.১১৯ শব্দৰ আদিতে নাইবা তিনিটা বৰ্ণৰ সংযোগ হলে ৰ যুক্ত হলেও [ প ] অৰ্দ্ধদীৰ্ঘ নহয়। যেনে,

**পৰইতই**, 'প্ৰীতি' ; **পৰঅকআনদঅ**, 'প্ৰকাণ্ড' ;

**পৰঅ'ৰইন**, 'প্ৰবীণ' ; **পৰআনই**, 'প্ৰাণী' ;

**নইসপৰআন**, 'নিস্প্ৰাণ' ; **ষঅমপৰঅ'তই**, 'সম্প্ৰতি',

**ষঅমপৰঅদআন**, 'সম্প্ৰদান' ; **সপৰইঙ** বা **ইসপৰইঙ**, 'স্প্ৰিং' (ইং) ; ইত্যাদি।

---

৮. [প] ধ্বনি দৰাচলতে অনুনাসিক হব নোৱাৰে। [প] উচ্চাৰণ হোৱাৰ পিছত পৰবৰ্ত্তী [ন] উচ্চাৰণৰ বাবে উচ্চাৰণ-কৰণে দন্তমূলক স্পৰ্শ কৰিবলৈ যোৱাৰ লগে লগে নাসিকাবিবৰেদি বায়ুপ্ৰবাহ ওলাই যোৱা হেতু ইয়াৰ মুক্তি অনুনাসিক হয়। এইদৰেই, আৰু এনেকোৱা ধ্বনিবোৰৰ ক্ষেত্ৰতো একে কথাই খাটে।

**২.৪১.১২ অঘোষ মহাপ্ৰাণ ফ বৰ্ণ।** ওপৰত আলোচিত **প** বৰ্ণৰ দৰেই **ফ** বৰ্ণৰো উপধ্বনিবোৰ সদায় দ্ব্যোষ্ঠ্য আৰু অঘোষ।

'ফ' আখৰে এই বৰ্ণৰ প্ৰতিনিধিত্ব কৰে।

**২.৪১.১২১ সুথিৰ [ ফ ]।** শব্দৰ আদিতে [ **ফ**ᐧ] সদায় দ্ব্যোষ্ঠ্য অঘোষ আৰু সুথিৰ মহাপ্ৰাণ ধ্বনিৰূপে উচ্চাৰণ হয়। যেনে,

**ফইতআহই**, 'ফিতাহি' ; **ফইবইঙই**, 'ফিবিঙি' ;
**ফইসআ**, 'ফিছা' ; **ফউকঅন**, 'ফুকন' ;
**ফউলআম**, 'ফুলাম' ; **ফওপওলআ**, 'ফোপোলা' ;
**ফওৰঅন**, 'ফোৰণ' ; **ফঅ'তইকআ**, 'ফটিকা' ,
**ফঅ'সঅ'হউ** 'ফচহু' ; **ফঅল**, 'ফল' ;
**ফঅতঅকআ**, 'ফটকা' ; **ফআকউৰআ**, 'ফাকুৰা' ;
**ফআনদ**, 'ফান্দ' ; **ফআকইআল**, 'ফাকিয়াল' ;
**ফএৰএঙঅনই**, 'ফেৰেঙণি' ; **ফএ̃সআ**, 'ফেঁচা' ;
**ফএ'তই**, 'ফেটী' ; **ফএ'উৰআ**, 'ফেউৰা' ; ইত্যাদি।

**২.৪১.১২২ শিথিল [ ফ ]।** আন্তঃস্বৰ অবস্থানত [ **ফ** ] অৰ তেনেই শিথিল উচ্চাৰণ হয়। যেনে,

**বইফঅল**, 'বিফল' ; **আফইঙ**, 'আফিং' ;
**দইফউ**, 'ডিফু' ; **আফঅ'ৰই**, 'আফৰি' ;
**আফউ**, 'আফু' ; **ষআঁফউৰআ**, 'সঁফুৰা' ;
**লঅফআ**, 'লফা' **দঅফঅলআ**, 'ডফলা' ;
**উফই**, 'উফি' : **এফআল**, 'এফাল' ;
**এ'ফঅ'লইআ**, 'এফলীয়া' ; **এ'ফএ'ৰই**, 'একেৰি' ; ইত্যাদি।

**২.৪১.১২৩ অনিয়ত ঘৃষ্ট [ ফ ]।** **ফ** বৰ্ণৰ পদান্ত উপধ্বনি দ্ব্যোষ্ঠ্য অঘোষ অনিয়ত ঘৃষ্ট ধ্বনি ৰূপে উচ্চাৰণ হয় ; স্পৰ্শ ধ্বনি ৰূপে নহয়। জলি থকা চাকি এটা ফুমুৰাবলৈ ফু মাৰিলে যেনে হয়, ইয়াৰ উচ্চাৰণো প্ৰায় তেনে [১]।

কেতিয়াবা, বিশেষকৈ **আ এ** স্বৰৰ পৰবৰ্ত্তী হলে ইয়াৰ উচ্চাৰণ প্ৰথমতে [ প ] আৰু তাৰ পিচতে ততালিকে ঘৃষ্ট [ ফ ] লগ লাগি স্পৃষ্ট [ পফ ]

১. পদান্তত /ফ/ বৰ্ণ থকা শব্দ অসমীয়া ভাষাত অতি বিৰল। যি কেইটা পোৱা গৈছে তাৰ বেছি ভাগেই বিদেশী ঋণ শব্দ।

হোৱা যেন লাগে। এনে উচ্চাৰণত [ প ] অৰ স্পৰ্শ নিচেই সামান্ত আৰু শিথিল হয়। যেনে, ( তলৰ উদাহৰণবোৰত পদান্ত [ ফ় ] আৰু [ পফ় ] অৰ ঠাইত মাত্ৰ [ ফ ] হে লিখা হৈছে। );

**আলএ'ফ**, 'আলেফ' ; **বএ'ফ**, 'বেফ' ;
**বঅৰঅফ**, 'বৰফ' ; **কঅফ**, 'কফ' ;
**মআফ**, 'মাফ' ; **সআফ**, 'চাফ' ;
**লআফ**, 'লাফ' ; **হআফ**, 'হাফ' ( ইং ) ;
**জইবআফ**, 'জিবাফ' ; ইত্যাদি।

**২.৪১.১৩ সঘোষ অল্পপ্ৰাণ ব বৰ্ণ।** প বৰ্ণৰ সঘোষ প্ৰতিৰূপেই ব ; ই দ্ব্যোষ্ঠ্য সঘোষ প্ৰস্ফোট বৰ্ণ। ইয়াৰ সকলোবোৰ উপধ্বনিৰ উচ্চাৰণত কণ্ঠস্থ স্বৰতন্ত্ৰীৰ স্পন্দন হয়।

সাধাৰণতে 'ব' আখৰেৰে এই বৰ্ণটো লিখা হয়। কেতিয়াবা শব্দৰ মাজত বা পদান্তত 'ৱ' আখৰেও ব বৰ্ণকে বুজায়।

**২.৪১.১৩১ আদ্যুদ্‌গীৰ্ণ** [ ব ]। শব্দৰ আদিতে থকা [ ব ] অতি সুথিৰ আৰু ঈষৎ আদ্যুদ্‌গীৰ্ণ ; অৰ্থাৎ ইয়াৰ উচ্চাৰণত বাগিন্দ্ৰিয়বোৰৰ মাংসপেশী সুথিৰ হৈ ৰয় আৰু ধ্বনিটো উচ্চাৰণ হোৱাৰ পূৰ্ব্বে স্বৰতন্ত্ৰীভুখনে সামান্য ভাবে কণ্ঠ ৰোধ কৰে। যেনে,

**বইমআন**, 'বিমান' ; **বইলঅনইআ**, 'বিলনীয়া' ;
**বইধই**, 'বিধি' ; **বএ'লই**, 'বেলি' ;
**বএ'পএ'ৰউআ**, 'বেপেৰুৱা' ; **বএ'নউ**, 'বেণু' ;
**বএলএগ**, 'বেলেগ' ; **বএমআৰ**, 'বেমাৰ' ;
**বআতঅ'ৰই**, 'বাতৰি' ; **বআগইসআ**, 'বাগিছা' ;
**বআথঅৰ**, 'বাথৰ' ; **বঅ'গঅ'ৰই**, 'বগৰি' ;
**বঅ'লইআ**, 'বলিয়া' ; **বঅ'গঅ'লই**, 'বগলী' ;
**বঅৰঅন**, 'বৰণ' ; **বঅসঅৰ**, 'বছৰ' ;
**বওকওসআ**, 'বোকোচা' ; **বওনদআ**, 'বোন্দা' ,
**বউনইআদই**, 'বুনিয়াদী' ; **বউতই**, 'বুটী' ;
**বউৰহআ**, 'বুঢ়া' ; **বউকউ**, 'বুকু' ; ইত্যাদি।

**২.৪১.১৩২ অস্ফোট** [ ব ]। সংযুক্ত আদি বৰ্ণ ৰূপে নিয়ত বৰ্ণ ব ৰ ধ

অৰ লগত উচ্চাৰিত [ ৰ ] অৰ মুক্তিলাভ নহয়; অ ক ই ঈষৎ সুথিৰ হয়। যেনে,

**নঅ'ববঅ'ই**, 'নব্বৈ'; **তইববঅত**, 'তিব্বত';
**সঅ'ববইস**, 'চব্বিশ'; **সআববইস**, 'ছাব্বিশ';
**যঅবদঅ**, 'জব্দ'; **ষঅবদঅ**, 'শব্দ';
**ষঅতআবদই**, 'শতাব্দী'; **লঅবধঅ**, 'লব্ধ';
**খয়উবধঅ**, 'ক্ষুব্ধ'; ইত্যাদি।

২.৪১.১৩৩ পদান্ত [ ৰ ] বিকল্পে কেতিয়াবা মুক্ত আৰু কেতিয়াবা অমুক্ত হয়। ও উ স্বৰৰ পৰবৰ্ত্তী [ ৰ ] মুক্ত হলে সঘোষ মুক্তি আপেক্ষিক ভাবে বেছি স্পষ্ট হয়। অমুক্ত [ ৰ ] অৰ উচ্চাৰণ ঈষৎ সুথিৰ। যেনে,

**ষঅ'সইব**, 'সচিব'; **নইৰযইব**, 'নিৰ্জীব';
**দএ'ব**, 'দেব'; **ষএ'ব**, 'সেব';
**নঅবআব**, 'নবাব'; **পৰঅভআৰ**, 'প্ৰভাৱ';
**অষঅমভঅব**, 'অসম্ভৱ'; **কওব**, 'কোব';
**নইৰঅব**, 'নীৰব'; **খউব**, 'খুব'; ইত্যাদি।

২.৪১.১৩৪ অৰ্দ্ধদীৰ্ঘ [ ৰ ]। শব্দৰ মাজত পৰবৰ্ত্তী য় সংযুক্ত, অৰ্থাৎ 'য'-কাৰ যুক্ত, [ ৰ ] সদায় অৰ্দ্ধদীৰ্ঘ আৰু ঈষৎ সুথিৰ হয়। যেনে,

**কআবয়অ**, 'কাব্য'; **অবয়অএ**, 'অব্যয়';
**দইবয়অ**, 'দিব্য'; **ষঅমভআবয়অ**, 'সম্ভাব্য';
**অ'ভইবয়অকতই**, 'অভিব্যক্তি'; ইত্যাদি।

২.৪১.১৩৫ শব্দৰ আদিতে থকা বয় অৰ [ ৰ ] অৰ্দ্ধদীৰ্ঘ নহয়। যেনে,

**বয়অএ**, 'ব্যয়'; **বয়আইআম**, 'ব্যায়াম';
**বয়আষ**, 'ব্যাস'; **বয়আপতই**, 'ব্যাপ্তি';
**বয়অবঅসথআ**, 'ব্যবস্থা'; **বয়অকতই**, 'ব্যক্তি'; ইত্যাদি।

২.৪১.১৩৬ ৰ সংযুক্ত, অৰ্থাৎ 'ৰেফ' আৰু 'ৰ'-কাৰ যুক্ত, [ ৰ ] ও শব্দৰ মাজত বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু ঈষৎ সুথিৰ হয়। অৰ্থাৎ এই পৰিবেশত ই কেতিয়াবা অৰ্দ্ধদীৰ্ঘ হয় আৰু কেতিয়াবা নহয়। যেনে,

**খঅববঅ**, 'খৰ্ব্ব'; **ষঅববঅসসঅ**, 'সৰ্ব্বস্ব';
**পঅববঅ'তইআ**, 'পৰ্ব্বতীয়া'; **ষঅববআনঅনদঅ**, 'সৰ্ব্বানন্দ';

**সঅবৰবই**, 'চৰ্ব্বী' ; **গঅবৰবইতঅ**, 'গৰ্ব্বিত' ;

**তইবৰঅ**, 'তীব্ৰ' ; **দইবৰউগঅৰ**, 'ডিব্ৰুগড়' ,

**যআবৰআঙ**, 'জাব্ৰাং' ; **আবৰআহআম**, 'আব্ৰাহাম' ;

**যএবৰআ**, 'জেব্ৰা' ; ইত্যাদি।

২.৪১.১৩৭ 'ব'-কাৰ সংযুক্ত [ব] শব্দৰ আদিতে সুস্থিৰ ; কিন্তু কেতিয়াও অৰ্দ্ধদীৰ্ঘ নহয়। যেনে,

**বৰঅহমঅপউতৰঅ**, 'ব্ৰহ্মপুত্ৰ' ; **বৰইনদআবঅন**, 'বৃন্দাবন' ;

**বৰইহঅত**, 'বৃহৎ' ; **বৰআহমঅন**, 'ব্ৰাহ্মণ' ;

**বৰআহমই**, 'ব্ৰাহ্মী' ; **বৰইষঅভ**, 'বৃষভ' ; ইত্যাদি।

২.৪১.১৩৮ স্বৰমধ্যবৰ্ত্তী অৱস্থানত একাকী [ব] শিথিল ; ইয়াৰ উচ্চাৰণত স্ফোটন অতি লঘু আৰু স্পৰ্শও সদাই নিচেই সামান্য ভাবেহে হয়। যেনে,

**কইনইবই**, 'কিনিবি' ; **কইবআকইবই**, 'কিবাকিবি' ;

**আবইঅ'ই**, 'আবিয়ৈ' ; **আবএ'লই**, 'আবেলি' ;

**কএ'বঅল**, 'কেৱল' ; **বআবআযই**, 'বাবাজী' ;

**অবঅসঅৰ** 'অৱসৰ' ; **ভঅগঅবআন**, 'ভগৱান' ;

**ৰঅবঅৰ**, 'ৰবৰ' ; **ৰঅ'বইবআৰ**, 'ৰবিবাৰ' ;

**কওনওবআ**, 'কোনোবা' ; **আবউৰ**, 'আবুৰ' ;

**সউবউৰই**, 'চুবুৰী' ; **অবওধ**, 'অবোধ' ;

**সউবওধ**, 'সুবোধ' ; **ইবওৰ**, 'ইবোৰ' ; ইত্যাদি।

২.৪১.১৪ **সঘোষ মহাপ্ৰাণ ভ বৰ্ণ**। ফ বৰ্ণ যেনেকৈ প অৰ, ভ বৰ্ণও তেনেকৈ ব অৰ মহাপ্ৰাণ প্ৰতিবৰ্ণ। ইয়াৰ সকলোবোৰ উপধ্বনি ঘোষ্ঠ্য আৰু সঘোষ। ফ বৰ্ণৰ দৰে ভ বৰ্ণৰো উপধ্বনিবোৰৰ ধ্বনিগুণ আৰু প্ৰয়োগৰ কিছু মিল দেখা যায়।

'ভ' আখৰেৰে এই বৰ্ণটো লিখা হয়।

২.৪১.১৪১ **সুস্থিৰ [ভ]**। শব্দৰ আদিতে উচ্চাৰিত ঘোষ্ঠ্য সঘোষ মহাপ্ৰাণ ধ্বনি [ভ] সদায় অতি সুস্থিৰ আৰু গুৰু স্ফোটন যুক্ত হয়। যেনে,

**ভইতঅৰ**, 'ভিতৰ' ; **ভইনইহই**, 'ভিনিহি' ;

**ভইখআৰই**, 'ভিখাৰী' ; **ভএ'কউলই**, 'ভেকুলী' ;

**ভএ'দ**, 'ভেদ' ; **ভএ'তই**, 'ভেটি' ;
**ভএত**, 'ভেট' ; **ভএকওলআ**, 'ভেকোলা ;
**ভআবঅ'তইঅ**, 'ভাৰতীয়' ; **ভআই**, 'ভাই' ;
**ভআলঅ'বই**, 'ভালৰি' ; **ভঅবঅত**, 'ভৱত' ;
**ভঅ'কঅ'তইআ**, 'ভকতীয়া' ; **ভঅ'তউআ**, 'ভতুৱা' ;
**ভঅ'বইসয়অত**, 'ভবিষ্যত' ; **ভওলআনআথ**, 'ভোলানাথ' ;
**ভওযঅন**, 'ভোজন' ; **ভওমওবআ**, 'ভোমোৰা' ;
**ভউত**, 'ভূত' ; **ভউবউকআ**, 'ভূৰুকা' ;
**ভউবঅন**, 'ভুবন' ; **ভবঅম**, 'ভ্ৰম' ;
**ভবআনতই**, 'ভ্ৰান্তি' ; **ভবইগউ**, 'ভৃগু' ; ইত্যাদি।

২.৪১.১৪২ **শিথিল** [ **ভ** ]। ঘোষ্ঠ্য সঘোষ মহাপ্ৰাণ [ **ভ** ] ; ইয়াৰ উচ্চাৰণত স্পৰ্শ নিচেই সামান্য হয় আৰু উচ্চাৰণ-কৰণৰ মাংসপেশী তেনেই শিথিল হৈ থাকে। শব্দৰ মাজত অন্য ব্যঞ্জন-সংযুক্ত নাইবা আন্তঃস্বৰ অৱস্থানত একাকী [ **ভ** ] ৰ এনে শিথিল উচ্চাৰণ শুনা যায়। যেনে,

**বইভইষইকআ**, 'বিভীষিকা' ; **বইভএ'দ**, 'বিভেদ' ;
**ষইভআ**, 'জিভা' ; **আভঅবঅন**, 'আভৰণ' ;
**আভআষ**, 'আভাস' ; **পবঅভআ**, 'প্ৰভা' ;
**বইভউতই**, 'বিভূতি' ; **গআভঅ'বউ**, 'গাভৰু' ;
**অভঅএ**, 'অভয়' ; **ওভঅতঅনই**, 'ওভতনি' ;
**অ'ভউতঅপউবৱঅ**, 'অভূতপূৰ্ব্ব' ; **উদভঅব**, 'উদ্ভৱ' ;
**ষঅমভঅব**, 'সম্ভৱ' ; **ষঅমভবঅম**, 'সম্ভ্ৰম' ;
**গঅমভইব**, 'গম্ভীৰ' ; ইত্যাদি।

২.৪১.১৪৩ **অৰ্দ্ধদীৰ্ঘ** [ **ভ** ]। ঘোষ্ঠ্য সঘোষ মহাপ্ৰাণ [ **ভ** ] ৰ স্পৰ্শকাল ঈষৎ দীৰ্ঘ হলে অৰ্দ্ধদীৰ্ঘ [ **ভ** ] ধ্বনিৰ উচ্চাৰণ হয়। এই ধ্বনি ঈষৎ সুথিৰ।

'য'-কাৰ সংযুক্ত পৰিবেশত এই ধ্বনিৰ প্ৰয়োগ দেখা যায়। যেনে,

**ষঅভয়অতআ**, 'সভ্যতা' ; **অভয়আষ**, 'অভ্যাস' ;
**লঅভয়অ**, 'লভ্য' ; **অভয়উদঅএ**, 'অভ্যুদয়' ; ইত্যাদি।

২.৪১.১৪৪ শব্দৰ মাজত কেৱল 'ৰ'-কাৰ অথবা 'ৰেফ' যুক্ত [ভ] ও বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু ঈষৎ স্বৰিৰ হয়। যেনে,

**অভৰঅ**, 'অভ্ৰ'; **ষউভৰঅ**, 'শুভ্ৰ';
**বইভৰঅম**, 'বিভ্ৰম'; **বইভৰআনতঅ**, 'বিভ্ৰান্ত',
**গঅৰভঅ**, 'গৰ্ভ'; **গঅৰভইনই**, 'গৰ্ভিনী'; ইত্যাদি।

২.৪১.১৪৫ **অনিয়ত ঘৃষ্ট [ভ̱]।** পদান্ত হলে ভ বৰ্ণৰ উপধ্বনি দ্ব্যৌষ্ঠ্য সঘোষ অনিয়ত ঘৃষ্ট [ভ̱] (=$\beta$) ৰূপে উচ্চাৰণ হয়। এই উচ্চাৰণত সচৰাচৰ তলৰ ওঁঠে ওপৰৰ ওঁঠৰ মাজ ভাগত স্পৰ্শ নকৰে, ফলত বহিৰ্গামী বায়ু প্ৰবাহ সম্পূৰ্ণ ৰোধ নোহোৱাকৈ দুয়োটা ওঁঠৰ মাজৰ ফাঁকেদি ঘঁহনি খাই ওলাই যায়। কণ্ঠস্থ স্বৰতন্ত্ৰীৰ স্পন্দন হোৱা হেতু এই ধ্বনি সঘোষ হৈ আৰম্ভ হয় আৰু অঘোষ হৈ অন্ত পৰে[১০]।

কেতিয়াবা কেতিয়াবা কোনো লোকৰ উচ্চাৰণত [ভ] অৰ উচ্চাৰণৰ আগে আগে ওঁঠ দুটাৰ ঈষৎ স্পৰ্শ হৈ স্পৃষ্ট [বভ̱] ধ্বনিৰ সৃষ্টি কৰাও শুনা যায়। যেনে, (উদাহৰণ বোৰত [ভ̱] অৰ ঠাইত [ভ] কে লিখা হৈছে);

**লআভ**, 'লাভ'; **গঅৰঅভ**, 'গৰভ';
**ষউলঅভ**, 'সুলভ'; **ষঅ'উৰঅভ**, 'সৌৰভ';
**নইসপৰঅভ**, 'নিষ্প্ৰভ'; **দউৰলঅভ**, 'দুৰ্লভ',
**খয়ওভ**, 'ক্ষোভ'; **লওভ**, 'লোভ';
**বৰইষঅভ**, 'বৃষভ'; ইত্যাদি।

২.৪১.২০ **দন্তমূলীয় বৰ্গ।**

অসমীয়া দন্তমূলীয় প্ৰস্ফোট বৰ্গৰ ধ্বনিবোৰৰ উচ্চাৰণত উচ্চাৰণ-কৰণ জিভাৰ আগটোৱে ওপৰৰ দাঁতৰ আলুত স্পৰ্শ কৰি বায়ুৰ প্ৰবাহটো সম্পূৰ্ণৰূপে ৰোধ কৰে আৰু খন্তেকৰ পিচতে এৰি দিয়ে। লগে লগে স্ফোটন হৈ বহিৰ্গামী বায়ুৰ সোঁতটো মুখেৰে ওলাই যায়।

দন্তমূলীয় স্ফোটধ্বনিৰে গঠিত বিশিষ্ট ধ্বনিগোট বা বৰ্ণ চাৰিটা: ত থ দ ধ। ইহঁতৰ উপধ্বনিবোৰৰ উচ্চাৰণত দাঁতৰ গুৰিৰ পৰা দাঁতৰ আলুৰ যেচু

---

১০. /ফ/ আৰ লগেই /ভ/ থকে অন্ত হোৱা শব্দও অসমীয়াত নিচেই তাকৰ। ওপৰত উল্লিখিত শব্দবোৰ সংস্কৃত তৎসম বা অৰ্দ্ধতৎসম শব্দ মাথোন।

তিৰীয়াকৈ বেঁকা হৈ বাহিৰলৈ ওলোৱা এই গোটেই অংশটোৰ বেলেগ বেলেগ স্থানত উচ্চাৰণ-কাৰণে স্পৰ্শ কৰে।

**২.৪১.২১ দন্তমূলীয় অঘোষ অল্পপ্ৰাণ ত।** এই প্ৰস্ফোট বৰ্ণটোৰ উপধ্বনিবোৰৰ উচ্চাৰণত স্বৰতন্ত্ৰীৰ স্পন্দন নহয়; আৰু ইইতৰ উচ্চাৰণ-স্থান দাঁতৰ গুৰিৰ পৰা মূৰ্দ্ধাৰ আগ ভাগলৈকে বিস্তৃত।

'ত', 'ট' আৰু 'ৎ' এই তিনিওটা আখৰেৰে এই বৰ্ণটো লিখা হয়। ইইতৰ প্ৰথম দুটা যিকোনো অবস্থানতে প্ৰয়োগ হয়; শেহৰটো হলন্ত অৰ্থাৎ অক্ষৰান্ত হলেহে লিখা হয়।

**২.৪১.২১১ ঈষৎ মূৰ্দ্ধন্য অৰ্দ্ধদীৰ্ঘ** [ ট ]। 'ৰেফ' সংযুক্ত হলে [ ট ] অৰ উচ্চাৰণত জিভাৰ আগটো ঘোৰ থাই ওপৰলৈ উঠে আৰু দন্তমূলৰ কিঞ্চিৎ ওপৰত অৰ্থাৎ মূৰ্দ্ধাৰ আগভাগত স্পৰ্শ কৰি বায়ুৰ সোঁতটো ৰোধ কৰে। স্পৰ্শ কালৰ মাত্ৰা ঈষৎ দীৰ্ঘ। কেতিয়াবা বিকল্পে অৰ্দ্ধদীৰ্ঘ নোহোৱাকৈও উচ্চাৰণ হয়।

অৰ্দ্ধদীৰ্ঘ হলে স্ফোটন আপেক্ষিক ভাবে গুৰু আৰু যথেষ্ট সুথিৰ হয়। অৰ্দ্ধদীৰ্ঘ নহলে লঘু আৰু শিথিল হয়। যেনে,

**কইৰটই**, 'কীৰ্ত্তি'; **কউৰটআ**, 'কুৰ্ত্তা';
**বআৰটআ**, 'বাৰ্ত্তা'; **মউৰটই**, 'মূৰ্ত্তি';
**বঅৰটঅমআন**, 'বৰ্ত্তমান'; **আৰটঅনআদ**, 'আৰ্ত্তনাদ';
**মউহউৰটঅ**, 'মুহূৰ্ত্ত'; **বঅৰটউলআকআৰ**, 'বৰ্ত্তুলাকাৰ';
**ধউৰটআলই**, 'ধুৰ্ত্তালি'; ইত্যাদি[১১]।

**২.৪১.২১২ ঈষৎ মূৰ্দ্ধন্য মুক্ত** [ ট ]। পদান্ত 'ৰেফ' যুক্ত [ ট ] সামান্য ভাবে মূৰ্দ্ধন্য হয় আৰু অঘোষ মুক্তি লাভ কৰে।

পদান্ত 'ৰেফ' যুক্ত শব্দ অসমীয়া ভাষাত বিৰল। কেইটামান বিদেশী ( বিশেষকৈ ইংৰাজী ) ঋণ শব্দৰ বহুল প্ৰয়োগ দেখা যায়। যেনে,

**চআৰট**, 'চাৰ্ট' ( ইং ), "চোলা" বিশেষ;
**আৰট**, 'আৰ্ট' ( ইং ), "কৌশল, শিল্পকলা";
**পআৰট**, 'পাৰ্ট' ( ইং ), "ভাও"; ইত্যাদি।

---

১১. ওপৰত উদ্ধৃত শব্দবোৰত 'ৰ্ত' যে দুটোৱা ধ্বনিৰ মূৰ্দ্ধন্য উচ্চাৰণ হোৱা সত্ত্বেও মাথো 'ৰ্ত' আখৰেৰে লিখা হয়। 'ৰ'-সংযুক্ত অৰ্দ্ধদীৰ্ঘ ধ্বনিটো লিখোঁতে দ্বিত্বকৈ লিখা হয় ( আগৰ এবং টোকাও চাওক )। আজি কালি বহুতে দ্বিত্ব আখৰ ত্তাই একাকীকৈ লিখিবলৈ লৈছে। সকলো ভাষাতে লিখন ৰীতি কম-বেছি পৰিমাণে স্বেচ্ছ অৰ্থাৎ arbitrary। স্বেচ্ছ হলেও এটা পৰম্পৰা ভংগ কৰি খেলিমেলিৰ সৃষ্টি কৰাটো ভুল আৰু অন্যায়।

**২.৪১.২১৩ পশ্চ-দন্ত্য [ ত ]।** এই ধ্বনিৰ উচ্চাৰণত জিহ্বাগ্ৰই আলুৰ ওচৰত দাঁতত স্পৰ্শ কৰি স্ফোটন ঘটায় ; কণ্ঠস্থ স্বৰতন্ত্ৰীৰ স্পন্দন নহয় , কৰণ ঈষৎ মুখিৰ হৈ ৰয়। কোনো কোনোৰ উচ্চাৰণত জিহ্বাগ্ৰই দাঁতত স্পৰ্শ নকৰি দাঁতৰ আলুৰ আগভাগতো স্পৰ্শ কৰে।

এনেদৰে উচ্চাৰিত [ ত ] তলৰ পৰিবেশবোৰত শুনা যায়।

( ক ) শব্দৰ আদিতে : (১) **ই এ'** এ স্বৰৰ পূৰ্ববৰ্ত্তী অৱস্থানত। এই পৰিবেশত **ই** পূৰ্ববৰ্ত্তী [ ত ] সামান্য ভাবে তালব্যীকৃত হোৱা শুনা যায়।

(২) 'ৰ'-কাৰ আৰু 'য'-কাৰ সংযুক্ত অৱস্থানত।

(খ) শব্দৰ মাজত : (১) **ই এ'** এ এই স্বৰবৰ্ণ কেইটাৰ মধ্যবৰ্ত্তী অৱস্থানত।

(২) অন্য ব্যঞ্জনৰ লগত সংযুক্ত [ ত ] অত 'য'-কাৰ অথবা 'ৰ'-কাৰ লগ লাগিলে, অৰ্থাৎ ব্যঞ্জন + ত + য় বা ৰ পৰিবেশত।

উদাহৰণ, যথা : শব্দৰ আদিতে ;

**তইতইকই**, 'তিতিকি' ; **তইৰওতআ**, 'তিৰোতা' ,
**তইল**, 'তিল' ; **তইঙ**, 'টিং' ,
**তএ'তএ'লই**, 'তেতেলী' ; **তএ'যইমঅলআ**, 'তেজীমলা' ,
**তএকএলআ**, 'টেকেলা' ; **তএঁও**, 'তেওঁ' ;
**তৰইতউবঅন**, 'ত্ৰিভুবন' , **তৰইন**, 'তৃণ' ,
**তৰইসনআ**, 'তৃষ্ণা' ; **তৰএ'ইন**, 'ট্ৰেইন' (ইং) ;
**তৰএতআ**, 'ত্ৰেতা' ; **তৰআন**, 'ত্ৰাণ' ,
**তৰঅএওদঅ'খই**, 'ত্ৰয়োদশী' ; **তয়আগ**, 'ত্যাগ' ;
**তয়অকতঅ**, 'ত্যক্ত' ; ইত্যাদি।

শব্দৰ মাজত ; যেনে,

**খইতইঙআ**, 'খিতিঙা' ; **ৰইতই**, 'ৰীতি' ,
**ইতইহআখ**, 'ইতিহাস' , **এ'তইআ**, 'এতিয়া' ;
**লএতএৰআ**, 'লেতেৰা' ; **মএতএকআ**, 'মেটেকা' ;
**খএ'তএ'লই**, 'শেতেলী' ; **কএ'তএ'কই** 'কেতেকী' ;
**মইতইৰআলই**, 'মিতিৰালি' ; **অনতৰঅ**, 'অন্ত্ৰ' ;
**খঅনতৰআখ**, 'সন্ত্ৰাস' ; **তআনতৰইক**, 'তান্ত্ৰিক' ;
**মঅনতৰই**, 'মন্ত্ৰী' ; **অনতয়অ**, 'অন্ত্য' ; ইত্যাদি।

২.৪১.২১৪ শব্দৰ মাজত কেৱল পৰবৰ্ত্তী 'য'-কাৰ সংযুক্ত পশ্চ-দন্ত্য [ ত ] সদায় অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়। যেনে,

**ষঅতয়অ**, 'সত্য' ; **অমআতয়অ**, 'অমাত্য' ;

**অতয়আসআৰ**, 'অত্যাচাৰ' , **অতয়উকতই**, 'অত্যুক্তি' ;

**পৰঅতয়উতপঅননঅ**, 'প্ৰত্যুৎপন্ন' , ইত্যাদি।

২.৪১.২১৫ শব্দৰ মাজত কেৱল 'ৰ'-কাৰ সংযুক্ত পশ্চ-দন্ত্য [ ত ] বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়। অৰ্থাৎ ইয়াৰ মাত্ৰা কেতিয়াবা ঈষৎ দীৰ্ঘ আৰু সুথিৰ, আৰু কেতিয়াবা তেনে নোহোৱাকৈও স্বাভাবিক মাত্ৰাতে শিথিল হৈ উচ্চাৰণ হয়। যেনে,

**সআতৰই**, 'ছাত্ৰী' , **মআতৰই**, 'মাতৃ' ;

**পইতৰই**, 'পিতৃ' ; **ষঅ'তৰউ**, 'শত্ৰু' ;

**পউতৰঅ**, 'পুত্ৰ' , **বঅ'তৰইস**, 'বত্ৰিশ' ;

**তএ'তৰইস**, 'তেত্ৰিশ' ; **ষঅৰবঅতৰঅ**,'সৰ্ব্বত্ৰ' , ইত্যাদি।

২.৪১.২১৬ **দন্তমূলীয়** [ ত ]। দন্তমূলত জিহ্বাগ্ৰই স্পৰ্শ কৰি উচ্চাৰণ কৰা প্ৰস্ফোট অঘোষ ধ্বনি। আ স্বৰৰ আগত নাইবা মাজত থাকিলে দন্তমূলৰ আগভাগত ; আৰু মূলীয় অ অ' ও উ স্বৰৰ আগত বা মাজত থাকিলে দন্তমূলৰ ওপৰৰ ফাললৈ ইয়াৰ উচ্চাৰণ হয়। শব্দৰ আদিতে ই সুথিৰ আৰু স্বৰৰ মাজত শিথিল হয়। যেনে,

**তআমওল**, 'তামোল' ; **তআন**, 'টান' ;

**তঅকআ**, 'টকা' ; **তঅপঅত**, 'তপত' ;

**তঅ'ৰউন**, 'তৰুণ' **তঅ'লঅ'তইআ**, 'তলতীয়া' ;

**তওপওলআ**, 'টোপোলা' ; **তওমআৰ**, 'তোমাৰ' ;

**তউপই**, 'টুপী' ; **তউকউৰআ**, 'টুকুৰা' ;

**আতআ**, 'আতা' অথবা 'আটা' ; **পআতআল**, 'পাতাল' ;

**বঅতঅৰ**, 'বতৰ' ; **মঅতঅৰ**, 'মটৰ' ;

**কঅ'তঅ'কই**, 'কটকী' ; **তওতওৰআ**, 'টোটোৰা' ;

**মওতওকআ**, 'মোটোকা' ; **তউতঅ'কইআ**, 'টুটকীয়া' ;

**ষঅ'তউৰউ**, 'শতুৰু' ; **পউতউল**, 'পুতুল', ইত্যাদি।

২.৪১.২১৭ **অস্ফোট [ ত ]**। **দন্তমূলীয়** অঘোষ নিয়ত অপ্ৰস্ফোট [ত]।

ঈষৎ স্থিৰ এই অমুক্ত [ ত ] পৰবৰ্ত্তী নিয়ত বৰ্ণৰ লগত সংযুক্ত হলে উচ্চাৰণ হয়। ইয়াৰ উচ্চাৰণত জিহ্বাগ্রই দন্তমূলত স্পর্শ কৰে, কিন্তু এই স্পৰ্শৰ মুক্তি লাভ নহওঁতেই পৰবৰ্ত্তী নিয়ত ধ্বনিটো উচ্চাৰণ হয়। দ্বিত্ব [ তত ] আৰু [ তথ ] অৰ উচ্চাৰণতো প্ৰথম [ ত ] টোৰ মুক্তি নহয়, এই ক্ষেত্ৰত স্পৰ্শকাল মাথোন দীৰ্ঘ হয় বুলি ক'ব পাৰি।

আন ব্যঞ্জনৰ আগত থাকিলে এই সংযুক্ত [ ত ] অক 'ৎ' আখৰেৰে লিখা হয়। যেনে,

**তঅততঅ**, 'তত্ত্ব' ; **অততঅহআসয়অ** 'অট্টহাস্য',
**পইততঅ**, 'পিত্ত' ; **ববইততই**, 'বৃত্তি',
**পঅততআ**, 'পট্টা' ; **উততআল**, 'উত্তাল',
**উততঅৰ**, 'উত্তৰ' ; **তঅতপঅৰ**, 'তৎপৰ',
**উতপআত**, 'উৎপাত' ; **উতকউললঅ**, 'উৎফুল্ল',
**সইতকআৰ**, 'চিৎকাৰ' ; **উতথআন**, 'উত্থান' ; ইত্যাদি।

২.৪১.২১৮ **মুক্ত** [ ত ]। অঘোষ প্ৰস্ফোট আৰু মুক্ত [ ত ]। পদান্তত ইয়াৰ উচ্চাৰণ শুনা যায়। এই [ ত ] **ই এ'** এ ৰ পিচত পশ্চ-দন্ত্য, **আ** ৰ পিচত অগ্ৰ-দন্তমূলীয় আৰু **অ অ' ও উ** ৰ পিচত পশ্চ-দন্তমূলীয় হৈ উচ্চাৰণ হয়। **ই উ** ৰ পিচত [ ত ] অৰ মুক্তি আপেক্ষিক ভাবে জোৰবান আৰু সঘৃষ্ট হয়। যেনে,

**বইত**, 'বিত', **পঅ'তইত**, 'পতিত' ;
**হআবইত**, 'হাবিত' ; **ধএ'ত**, 'ধেৎ',
**পএত**, 'পেট' ; **বইলআত**, 'বিলাত' ;
**নইমআত**, 'নিমাত', **অমআত**, 'অমাত' ;
**খঅকঅত**, 'শকত' ; **কঅ'ত**, 'ক'ত' ;
**সঅ'ত**, 'চ'ত' ; **মওত**, 'মোট' ;
**ভওত**, 'ভোট' ; **কওত**, 'কোট' ( ইং ) ;
**মউকউত**, 'মুকুট' ; **গউপউত**, 'গুপুত' ;
**বঅ'হউত**, 'বহুত' ; **উত**, 'উট' ;
**বউত**, 'বুট' মাহ অথবা 'বুট' জোতা ( ইং ) ; ইত্যাদি।

২.৪১.২১৯ **অনুনাসিক-মুক্তি যুক্ত** [ ত ]। পৰবৰ্ত্তী অনুনাসিক বৰ্ণ

**ম ন** **অৰ** লগত সংযুক্ত হৈ থাকিলে [ত] অৰ নাকেৰে মুক্তিলাভ হয়। যেনে,

**যঅতমনঅ,** 'যত্ন'; **পঅতনই,** 'পত্নী';
**আতমআ,** 'আত্মা'; **আতমইঅ,** 'আত্মীয়';
**আতমঅকঅথআ,** 'আত্মকথা'; ইত্যাদি।

২.৪১.২২ **থ বর্ণ**। ই এটা দন্তমূলীয় অঘোষ মহাপ্রাণ বর্ণ: ত অৰ মহাপ্রাণ ৰূপ বুলি ক'ব পাৰি। ইয়াৰ উপধ্বনিবোৰৰ উচ্চাৰণ-স্থান ত অৰ বোৰৰ দৰেই সমানে বিস্তৃত।

'ঠ' আৰু 'থ' আখৰেৰে এই বর্ণটো লিখা হয়।

২.৪১.২২১ **মূর্দ্ধন্য** [ঠ]। 'ৰেফ' সংযুক্ত হলে মূর্দ্ধন্য অঘোষ প্রস্ফোট মহাপ্রাণ [ঠ] অৰ উচ্চাৰণ হয়। এই একে পৰিবেশতে ই কেতিয়াবা বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু আপেক্ষিক ভাবে ঈষৎ স্থিৰ হৈও উচ্চাৰণ হয়।

উচ্চাৰণত মূর্দ্ধন্য [ঠ] অসমীয়া লিখন ৰীতিত সদায় দন্ত্য 'থ' আখৰেৰেহে সূচিত হয়। যেনে,

**অৰঠঅ,** 'অর্থ'; **পআৰঠইবঅ,** 'পার্থিব';
**পৰআৰঠঅনআ,** 'প্রার্থনা'; **কঅকঅৰঠঅনআ,** 'কদর্থনা';
**বয়অৰঠঅতআ,** 'ব্যর্থতা'; **যআৰঠঅক,** 'সার্থক'; ইত্যাদি।

২.৪১.২২২ **পশ্চ-দন্ত্য** [থ]। দাঁতৰ গুৰিত স্পর্শ কৰি উচ্চাৰণ কৰা অঘোষ মহাপ্রাণ ধ্বনি। প্রান্তীয় স্বৰ ই এ' এ ৰ পূৰ্ব্ববৰ্ত্তী বা মধ্যবৰ্ত্তী অবস্থানত এই ধ্বনি শুনা যায়। ই পূৰ্ব্ববৰ্ত্তী [থ] স্পৃষ্ট [তথ] অৰ দৰে উচ্চাৰণ হয় অৰ্থাৎ [ত] অৰ ঠিক পিচতে অনিয়ত ঘৃষ্ট [থ] উচ্চাৰণ হৈ ধ্বনি সমষ্টিটোক স্পৃষ্ট কৰি তোলে।

শব্দৰ আদিতে ই সুস্থিৰ আৰু আন্তঃস্বৰ অবস্থানত শিথিল হয়। যেনে,

**থইক,** 'ঠিক'; **থইতআপই,** 'থিতাপি';
**থইবআঙ,** 'থিবাং'; **থএ'তউঅ'ই,** 'থেতুৰৈ';
**থএলএঙ থএপএঙ,** 'ঠেলেং ঠেপেং'; **থএবএঙআ,** 'ঠেবেঙা';
**পইথই,** 'পিঠি';
**সইথই,** 'চিঠি'; **যএ'থই,** 'জেঠী';
**যএ'থএ'বই,** 'জেঠৈৰী'; **থএক,** 'ঠেক'; ইত্যাদি।

২.৪১.২২৩ 'য'-কাৰ সংযুক্ত [ থ ] ও পশ্চ-দন্ত্য অঘোষ মহাপ্ৰাণ ধ্বনিৰূপে উচ্চাৰিত হয়। স্বৰবৰ্ণৰ পিচত থকা এনে [ থ ] সদায় অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ। ব্যঞ্জনৰ পিচত থাকিলে অৰ্থাৎ তিনিটা ব্যঞ্জনৰ সংযোগ হলে ই আপেক্ষিক ভাবে শিথিল হয় আৰু মাত্ৰাও বৃদ্ধি নাপায়। যেনে,

**পআথয়অ**, 'পাঠ্য' ; **পঅথয়অ**, 'পথ্য' ;

**অকঅথয়অ**, 'অকথ্য' ; **মইথয়আ**, 'মিথ্যা' ;

**সআসথয়অ**, 'স্বাস্থ্য' ; **কঅনথয়অ**, 'কণ্ঠ্য' , ইত্যাদি।

২.৪১.২২৪ **দন্তমূলীয় [ থ ]**। দন্তমূলীয় প্ৰস্ফোট অঘোষ মহাপ্ৰাণ ধ্বনি। **আ অ অ' ও উ** এই পাঁচোটা স্বৰৰ পিচত, আগত নাইবা মাজত থাকিলে ইয়াৰ উচ্চাৰণ হয়। শব্দৰ আদিতে ই সুথিৰ আৰু আন্তঃস্বৰ অবস্থানত শিথিল হয়। উ স্বৰৰ পিচত ইয়াক স্পষ্ট ভাৱে অৰ দৰে শুনা যায়। যেনে,

**থআন**, 'থান' , **থআকউৰ**, 'ঠাকুৰ' ,

**থঅগ**, 'ঠগ' ; **থঅমঅক**, 'থমক' ,

**থঅঙআ**, 'থঙা' , **থঅ'পইআ**, 'থপিয়া' .

**থঅ'লউআ**, 'থলুৱা' , **থঅ'ৰউআ**, 'ঠকৱা' ,

**থওক**, 'থোক' ; **থওঁত**, 'ঠোঁট' ;

**থওপওৰআ**, 'থোপোৰা' ; **থউই**, 'থুই' ;

**থউপই**, 'থুপি' ; **কআথআম**, 'কাঠাম' ,

**আথউআ**, 'আঠুৱা' ; **অথঅনই**, 'অথনি' ;

**কঅথওৰ**, 'কঠোৰ' ; **আঁথউ**, 'আঁঠু' ; ইত্যাদি।

২.৪১.২২৫ **শিথিল [ থ ]**। পদান্ত হলে [ থ ] অৰ উচ্চাৰণত নিচেই সামান্য ভাবেহে স্পৰ্শ হয়। স্পৰ্শৰ মুক্তিৰ লগে লগে প্ৰবাহিত শ্বাস বৰ জোৰবান হয় আৰু কেতিয়াবা ই অনিয়ত ঘৃষ্ট হৈ ধ্বনিটো স্পৃষ্ট যেন কৰে। প্ৰান্তীয় স্বৰ আৰু আ ৰ পিচত থাকিলে উচ্চাৰণ-স্থান দন্তমূলৰ অলপ আগলৈ যায় আৰু মূলীয় স্বৰৰ পিচত হলে পিচলৈ যায়।

পদান্ত [ থ ] সাধাৰণতে মূৰ্দ্ধন্য 'ঠ' আখৰেৰে লিখা হয়। যেনে,

**পইথ**, 'পীঠ' ; **যএথ**, 'জেঠ' ;

**আঁথ**, 'আঁঠ' ; **কআথ**, 'কাঠ' ;

**ষঅথ**, 'শঠ' ; **সএ'থ**, 'শেঠ' ;
**মঅথ**, 'মঠ' ; **কঅথ**, 'কঠ' ;
**ওঁথ**, 'ওঁঠ' ; **কওথ**, 'কোঠ' ;
**মউথ**, 'মুঠ' ; **উথ**, 'উঠ' ;
**দঅষঅৰঅথ**, 'দশৰথ' ; **ষউৰঅথ**, 'সুৰথ' ; ইত্যাদি।

কোনো কোনো উপভাষাত পদান্ত [ থ ] দন্তমূলীয় ঘৃষ্ট [ থ ] ৰূপেও উচ্চাৰণ হোৱা শুনা যায়।

২.৪১.২৩ দ বৰ্ণ। ওপৰত আলোচিত ড আৰু সঘোষ ৰূপেই দন্তমূলীয় প্ৰস্ফোট দ বৰ্ণ। ইয়াৰ উপধ্বনিবোৰৰ উচ্চাৰণত সদায় স্বৰতন্ত্ৰীৰ স্পন্দন হয়।

'ড' আৰু 'দ' আখৰেৰে এই বৰ্ণটো লিখা হয়।

২.৪১.২৩১ **ঈষৎ মূৰ্দ্ধন্য** [ ড ]। দন্তমূলৰ ওপৰ ভাগত উচ্চাৰিত ঈষৎ মূৰ্দ্ধন্য প্ৰস্ফোট সঘোষ ধ্বনি [ ড ]; 'ৰেফ' সংযুক্ত হলে ইয়াৰ উচ্চাৰণ শুনা যায়। ই কেতিয়াবা বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হৈও উচ্চাৰিত হয়।

উচ্চাৰণত মূৰ্দ্ধন্য এই [ ড ] লিখোঁতে সদায় দন্ত্য 'দ' আখৰেৰেহে সূচিত হয়। ঈষৎ দীৰ্ঘ অৰ্থাৎ অৰ্দ্ধদীৰ্ঘ বুজাবলৈ কোনো কোনোৱে দ্বিত্ব কৈ 'র্দ্দ' আৰু কোনো কোনোৱে কেৱল 'ৰ্দ' মাথোন লিখে। যেনে,

**পঅৰডআ**, 'পৰ্দ্দা' ; **ফঅৰডই**, 'ফৰ্দ্দি' ;
**সঅৰডই**, 'সৰ্দ্দি' ; **উৰডউ**, 'উৰ্দু' ; ইত্যাদি।

২.৪১.২৩২ **ঈষৎ আত্যন্সীৰ্ণ** [ দ ]। শব্দৰ আদিতে উচ্চাৰিত [ দ ] সামান্য ভাবে অত্যন্সীৰ্ণ হয়, অৰ্থাৎ ধ্বনিটো উচ্চাৰণ হোৱাৰ ঠিক আগ মুহূৰ্ত্তত স্বৰতন্ত্ৰী দুখন লগ লাগি কণ্ঠ বোধ কৰা যেন লাগে। ই এটা দন্তমূলীয় সঘোষ আৰু যথেষ্ট সুথিৰ ধ্বনি। প্ৰান্তীয় স্বৰবৰ্ণৰ আগত থাকিলে ইয়াৰ উচ্চাৰণ-স্থান অলপ আগ বাঢ়ে আৰু মূলীয় স্বৰৰ আগত অলপ পিচলৈ যায়। যেনে,

**দইন**, 'দিন' অথবা 'দীন' ; **দইঘঅল**, 'দীঘল' ;
**দইপআলই**, 'দীপালী' ; **দএ'বই**, 'দেবী' ;
**দএ'উকআ**, 'ডেউকা' ; **দএখঅনইআৰ**, 'দেখনিয়াৰ' ;
**দএ'ষ**, 'দেশ' ; **দএকআ**, 'ডেকা' ;
**দআষ**, 'দাস' ; **দআমউৰই**, 'দামুৰী' ;

**দআণ্ডঅব,** 'ডাণ্ডব' ; **দঅহ,** 'দণ্ড' ;
**দঅকঅবআ,** 'ডকবা' ; **দঅ'বইআ,** 'ডবিয়া' ;
**দঅ'খইনআ,** 'দক্ষিণা' ; **দওকআন,** 'দোকান' ;
**দওম,** 'ডোম' ; **দওমওবআ,** 'দোমোজা' ;
**দউবঅ'বই,** 'ডুবৰি' ; **দউখইআ,** 'দুখীয়া' ;
**দউবঅনই,** 'দুবৰি' ; ইত্যাদি।

২.৪১.২৩৩ **পশ্চ-দন্ত্য [ দ ]।** দন্ত মূলৰ ঠিক আগ ভাগত স্পৰ্শ হৈ উচ্চাৰিত সঘোষ প্ৰস্ফোট ধ্বনি।

প্ৰান্তীয় **স্বৰ ই এ' এ** আৰু **আ** ৰ পৰবৰ্ত্তী অথবা মধ্যবৰ্ত্তী অৱস্থানত শিথিল, আৰু শব্দৰ আদিতে 'ৰ'-কাৰ সংযুক্ত হৈ সুথিৰ ভাবে ই উচ্চাৰিত হয়। যেনে,

**দবঅবয়অ,** 'দ্ৰব্য' ; **দবআখয়আ,** 'দ্ৰাক্ষা' ;
**দবওহ,** 'দ্ৰোহ' ; **দবআঘইমআ,** 'দ্ৰাঘিমা' ;
**দবউপঅদ,** 'দ্ৰুপদ' ; **দবওনঅ,** 'দ্ৰোণ' ;
**দবঅ'উপঅ'দই,** 'দ্ৰৌপদী' ; **ষইদইনআ,** 'সিদিনা' ;
**সইদইব,** 'ছিদিৰ' অৰ্থাৎ 'ছিদ্ৰ' ; **বইদএ'ষ,** 'বিদেশ' ;
**আদএ'ষ,** 'আদেশ' ; **নএ'দএ'খই,** 'নেদেখি' ;
**আদআ,** 'আদা' ; **এদওখঅব,** 'এডোখৰ' ;
**বআদউলই,** 'বাদুলী' ; **বআদই,** 'বাদী' ; ইত্যাদি।

২.৪১.২৩৪ শব্দৰ মাজত 'ৰ-'কাৰ সংযুক্ত হলে পশ্চ-দন্ত্য [ দ ] বিৰল অৰ্দ্ধদীৰ্ঘ আৰু আপেক্ষিক ভাবে সুথিৰ হয়। যেনে,

**ভআদবঅ,** 'ভদ্ৰ' ; **সইদবঅ,** 'ছিদ্ৰ' ;
**ষআদবইষ,** 'সদৃশ' ; **বইদবউপ,** 'বিদ্ৰূপ' ;
**ষউভআদবআ,** 'সুভদ্ৰা' ; **পআদবই,** 'পাত্ৰী' ; ইত্যাদি।

২.৪১.২৩৫ কেৱল 'য'-কাৰ সংযুক্ত [ দ ] সদায় পশ্চ-দন্ত্য, অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়। যেনে,

**বইদয়আ,** 'বিদ্যা' ; **বইদয়উত,** 'বিদ্যুৎ' ;
**আদয়অ,** 'আদ্য' ; **বআদয়অ,** 'বাদ্য' ;
**ষঅদয়অ,** 'সদ্য' ; **পঅদয়অ,** 'পদ্য' ;

**উদয়ওগ,** 'উদ্যোগ' ; **আদয়ওপআনতঅ,** 'আদ্যোপান্ত',
**উদয়উকতআ,** 'উদ্যুক্তা', ইত্যাদি।

২.৪১.২৩৬ **ন** অৰ পিচত থকা 'য'-কাৰ আৰু 'ৰ'-কাৰ সংযুক্ত [ দ ] পশ্চ-দন্ত্য নহৈ শুদ্ধ দন্তমূলীয়হে হয় ; ইয়াৰ উচ্চাৰণ আপেক্ষিক ভাবে শিথিল আৰু স্বাভাবিক মাত্ৰাযুক্ত। যেনে,

**সঅনদৰঅ,** 'চন্দ্ৰ' ;
**সঅনদৰঅবইনদউ,** 'চন্দ্ৰবিন্দু' ;
**অগনইমআনদয়অ,** 'অগ্নিমান্দ্য' ; ইত্যাদি।

২.৪১.২৩৭ **দন্তমূলীয়** [ দ ]। দাঁতৰ আলুত স্পৰ্শ হৈ উচ্চাৰিত সঘোষ প্ৰস্ফোট ধ্বনি। শব্দৰ মাজত মূলীয় অ অ' ও উ স্বৰৰ পৰবৰ্ত্তী অথবা মধ্যবৰ্ত্তী অৱস্থানত শিথিল ৰূপে ইয়াক শুনা যায়। যেনে,

**বঅদঅন,** 'বদন' ; **অদঅময়অ,** 'অদম্য' ;
**মঅদঅ'পই,** 'মদ পী' ; **ৰঅ'দআলই,** 'ৰ'দালি' ;
**ভঅ'দঅ'ৱই,** 'ভদৱী' ; **আপঅ'দইআ,** 'আপদীয়া' ;
**পঅ'দউলই,** 'পদুলী' ; **পঅ'দউম,** 'পদুম' ;
**কওদও,** 'কোদো' ; **ভঅ'দইআ,** 'ভদীয়া' ;
**হউদউ,** 'হুদু' ; ইত্যাদি।

২.৪১.২৩৮ **অস্ফোট** [ দ ]। নিয়ত বৰ্ণৰ পূৰ্ব্ববৰ্ত্তী সংযুক্ত [ দ ] অৰ মুক্তিলাভ নহয়। দ্বিত্ব [ দদ ] অৰ ক্ষেত্ৰত ইয়াৰ স্পৰ্শকাল মাথোন দীৰ্ঘ হয় বুলি ক'ব পাৰি। এই অমুক্ত [ দ ] স্বাভাবিকতে ঈষৎ সুথিৰ।

**আদদআ,** 'আড্ডা' ; **উদদআম,** 'উদ্দাম' ;
**উদদঅনদঅ,** 'উদ্দণ্ড' ; **উদধআৰ,** 'উদ্ধাৰ' ;
**বউদধই,** 'বুদ্ধি' ; **যইদধই,** 'সিদ্ধি' ;
**সৰআদধঅ,** 'শ্ৰাদ্ধ' ; **উদভৰআনতঅ,** 'উদ্ভ্ৰান্ত' ;
**উদঘআতঅন,** 'উদ্ঘাটন' ; ইত্যাদি।

২.৪১.২৩৯ **মুক্ত** [ দ ]। পদান্ত [ দ ] অৰ স্ফোটন নহয় কিন্তু সঘোষ মুক্তি লাভ কৰে ; অৰ্থাৎ স্পৰ্শ-স্থানৰ পৰা উচ্চাৰণ-কৰণ যাঁৰেযে আঁতৰি আহে আৰু ঈষৎ সঘোষ বায়ু অকল চিটিকি ওলাই যায়।

প্ৰান্তীয় স্বৰৰ পিচত থাকিলে ইয়াৰ উচ্চাৰণ-স্থান অলপ আগলৈ যায়। যেনে,

| | |
|---|---|
| **ইদ**, 'ইদ্' ; | **উদভইদ**, 'উদ্ভিদ' ; |
| **ষঅমভএ'দ**, 'সম্ভেদ' ; | **ৱএ'দ**, 'বেদ' ; |
| **মএদ**, 'মেদ' ; | **খএদ**, 'খেদ' ; |
| **আবআদ**, 'আবাদ' ; | **পৰঅষআদ**, 'প্ৰসাদ' ; |
| **বইষআদ**, 'বিষাদ' ; | **মঅদ**, 'মদ' ; |
| **পঅ'বইষঅদ**, 'পৰিষদ' ; | **ধওদ**, 'ধোদ' ; |
| **পৰঅমওদ**, 'প্ৰমোদ' ; | **আমওদ**, 'আমোদ' ; |
| **ষউদ**, 'সুদ' ; | **উদ**, 'উদ্' ; ইত্যাদি। |

২.৪১.২৪ **ধ বৰ্ণ**। দন্তমূলীয় সঘোষ মহাপ্ৰাণ প্ৰস্ফোট বৰ্ণ ; ওপৰত আলোচিত **থ** বৰ্ণৰ সঘোষ ৰূপ বুলিব পাৰি। ইয়াৰ সকলোবোৰ উপধ্বনিৰ উচ্চাৰণত স্বৰতন্ত্ৰীৰ স্পন্দন হয়। উচ্চাৰণ-স্থান **থ** বৰ্ণৰ দৰেই বিস্তৃত।

'ঢ' আৰু 'ধ' এই বৰ্ণৰ প্ৰতীক।

২.৪১.২৪১ **ঈষৎ মূৰ্দ্ধন্য** [ ঢ ]। ওপৰত আলোচিত ঈষৎ মূৰ্দ্ধন্য [ ড ] ধ্বনিৰ দৰেই [ ঢ ] অৰো উচ্চাৰণ হয়। প্ৰভেদ মাথোন এয়ে যে [ ড ] অৰ উচ্চাৰণত বায়ু প্ৰবাহত লেশ মাত্ৰও শ্বাস নাথাকে ; [ ঢ ] অৰ ক্ষেত্ৰত সদায় সঘোষ শ্বাস নিহিত থাকে।

'ৰেফ' সংযুক্ত হলে এই [ ঢ ] অৰ উচ্চাৰণ হয়। ই কেতিয়াবা বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়। 'ৰেফ' যুক্ত এই মূৰ্দ্ধন্য [ ঢ ] লিখোঁতে সদায় দন্ত্য 'ধ' আখৰেৰে সূচিত হয়[১২]। যেনে,

| | |
|---|---|
| **বঅৰঢইতঅ**, 'বৰ্দ্ধিত' ; | **অৰঢঅ**, 'অৰ্দ্ধ' ; |
| **মউৰঢঅনয়অ**, 'মূৰ্দ্ধন্য' ; | **উৰঢঅ**, 'উৰ্দ্ধ' ; |
| **বআৰঢঅ'কয়অ**, 'বাৰ্দ্ধক্য' ; | **মউৰঢআ**, 'মূৰ্দ্ধা' ; ইত্যাদি। |

২.৪১.২৪২ **ঈষৎ আন্ত্যদন্তীয়** [ ধ ]। শব্দৰ আদিতে [ ধ ] অৰ

১২. ৰেফ'-সংযুক্ত [ ধ ] অৰতে আজিকালি 'ৰ্ধ' লিখিবলৈ লোৱা দেখা যায়। যেতিয়ালৈকে অসমীয়া লিখন ৰীতিৰ আমূল পৰিবৰ্তন কৰা নহয় তেতিয়ালৈকে পূৰ্বাপৰ ৰীতি মতে 'র্দ্ধ' লিখাই ভাল।

উচ্চাৰণৰ আগ মুহূৰ্ত্তত কেতিয়াবা স্বৰতন্ত্ৰীদুখনে কণ্ঠ বোধ কৰা যেন লাগে ; তেতিয়াই আহ্যাদ্দীৰ্ণ [ ধ ] শুনা যায়।

ই এটা দন্তমূলীয় স্পৃষ্ট মহাপ্ৰাণ ধ্বনি। য় আৰু ই এ' এ আ ৰ আগত থাকিলে ইয়াৰ উচ্চাৰণ-স্থান অলপ আগলৈ যায়।

'ঢ', 'ধ' আৰু 'ধ্ব' বে আত ধ লিখা হয়। যেনে,

ধইৰ, 'ধীৰ' ;
ধইলআ, 'ঢিলা' ;
ধএ'কইআ, 'ঢেকীয়া' ,
ধএমআলই, 'ধেমালি' ;
ধআল, 'ঢাল' ,
ধআন, 'ধান' ;
ধঅপআত, 'ধপাত' ;
ধঅ'বউআ, 'ধৰুৱা' ;
ধওদ, 'ধোদ' ;
ধওকআ, 'ঢোকা' ;
ধউলইআ, 'ঢুলীয়া' ;
ধয়আন, 'ধ্যান' ;
ধইতইঙআ, 'ধিতিঙা' ;
ধএ'ৰ, 'ঢেৰ' ;
ধএ'নউ, 'ধেনু' ;
ধএপএলআ, 'ঢেপেলা' ;
ধআবই, 'ঢাবি' ;
ধঅবঅনই, 'ধৰণী' ;
ধঅনইআ, 'ধনীয়া' ;
ধঅ'বইতবই, 'ধৰিত্ৰী' ;
ধওবআ, 'ধোবা' ;
ধউমউহআ, 'ধুমুহা' ;
ধউবতঅ, 'ধূৰ্ত্ত' ;
ধঅঙষঅ, 'ধ্বংস' ; ইত্যাদি।

২.৪১.২৪৩ **অৰ্দ্ধদীৰ্ঘ** [ ধ ]। কেৱল 'য'-কাৰ সংযুক্ত হ'লে [ ধ ] সদায় অৰ্দ্ধদীৰ্ঘ, অৰ্থাৎ ইয়াৰ নিয়তাংশ স্বাভাৱিক মাত্ৰাতকৈ ঈষৎ দীৰ্ঘ আৰু স্পৃষ্ট হয়। তেনেই ধ্বনিতাত্ত্বিক ভিত্তিত অৰ্দ্ধদীৰ্ঘ [ ধ ] ক আচলতে [ দধ ] ৰূপেহে লিখা যুগুত।

ইয়াৰ উচ্চাৰণ-স্থান অলপ আগ বঢ়া দেখা যায়। কোনো কোনোৰ উচ্চাৰণত দাঁতৰ গুৰি আৰু আলুত, আৰু কোনো কোনোৰ উচ্চাৰণত কেৱল দাঁতৰ আলুৰ আগ ভাগত স্পৰ্শ হয়। যেনে,

আধয়আ, 'আধ্যা' ;
অধয়আপঅক, 'অধ্যাপক' ;
মআধয়অম, 'মাধ্যম' ;
আধয়অবঅলতঅ, 'আঢ্যৱন্ত' ;
সআধয়অ, 'সাধ্য' ;
মঅধয়অম, 'মধ্যম' ;
অবআধয়অ, 'অবাধ্য'; ইত্যাদি।

২.৪১.২৪৪ 'য'-কাৰ যুক্ত [ ধ ] ৰ আগত সংযুক্ত অন্য ব্যঞ্জন থাকিলে ই শিথিল হয় আৰু মাত্ৰাও বৃদ্ধি নাপায়।

বইদধয়অ, 'বিদ্ধ্য' ; বঅনধয়আ, 'বন্ধ্যা' ;

ষঅনধয়আ, 'সন্ধ্যা' ; ষআনধয়অ, 'সান্ধ্য' ; ইত্যাদি।

২.৪১.২৪৫ শিথিল [ ধ ]। দন্তমূলীয় সঘোষ প্ৰস্ফোট মহাপ্ৰাণ ধ্বনি ; নিজেই শিথিল। আন্তঃস্বৰ অৱস্থানত আৰু 'ৰেফ' ভিন্ন অন্য ব্যঞ্জনত সংযুক্ত দ্বিতীয় বৰ্ণৰূপে শব্দৰ মাজত ই উচ্চাৰিত হয়।

এই [ ধ ] ৰ উচ্চাৰণ-স্থান ই এ' এ আ ৰ পিচত নাইবা মাজত আৰু গ ভিন্ন অন্য ব্যঞ্জনৰ পিচত হ'লে দন্তমূলৰ আগ ভাগ ; অ অ' ও উ ৰ পিচত নাইবা মাজত আৰু গ ৰ পিচত হ'লে দন্তমূলৰ মাজ অথবা পাছভাগ হয়। যেনে,

বইধই, 'বিধি' ; বইধউতই, 'বিধুতি' ,

মএ'ধই, 'মেধি' ; এধআনই, 'এধানী' ,

ষআধআৰঅন, 'সাধাৰণ' ; মআধঅৱ, 'মাধৱ' ,

আধঅ'ৰউআ, 'আধৰুৱা' ; আধঅ'লই, 'আধলি' ,

আধউনইক, 'আধুনিক' ; ষআধউ, 'সাধু' ;

ষঅধঅৱআ, 'সধবা' ; বওধঅন, 'বোধন' ,

ষঅঙষওধঅন, 'সংশোধন' ; ষউবইধআ, 'সুবিধা' ,

দঅগধআ, 'দগধা' ; মউধঅচ, 'মুধচ' ,

অ'ধইকআৰ, 'অধিকাৰ' ; অনধঅ, 'অন্ধ' ;

ষতঅবধঅ, 'স্তব্ধ' ; বউদধঅ, 'বুদ্ধ' ,

বইদঅগধঅ, 'বিদগ্ধ' ; ষঅনদইগধঅ, 'সন্দিগ্ধ' ; ইত্যাদি।

২.৪১.২৪৬ অৰ্দ্ধঘোষ [ ধ ]। শব্দৰ অন্তত উচ্চাৰিত দন্তমূলীয় প্ৰস্ফোট মহাপ্ৰাণ [ ধ ] ৰ স্পৰ্শ নিজেই শিথিল হয় আৰু নিয়তাংশৰ পিচতে উচ্চাৰিত সঘোষ শ্বাস অঘোষ হৈ অন্ত পৰে।

প্ৰান্তীয় স্বৰৰ পিচত থাকিলে ইয়াৰ উচ্চাৰণ-স্থান অলপ দন্তমূলৰ আগলৈ যায়। যেনে,

বইবইধ, 'বিবিধ' ; নইষএ'ধ, 'নিষেধ' ;

কঅৰনঅবএ'ধ, 'কৰ্ণবেধ' ; ষআধ, 'সাধ' ;

**বঅলঅধ**, 'বলধ'; **বঅধ**, 'বধ';
**ৰওধ**, 'সোধ'; **পৰঅবওধ**, 'প্ৰবোধ';
**কৰওধ**, 'ক্ৰোধ'; **বউধ**, 'বুধ';
**মউধ**, 'মুধ'; ইত্যাদি।

**২.৪১.৩০ পশ্চ-তালব্য বৰ্গ**

পশ্চ-তালব্য ধ্বনিৰ উচ্চাৰণ-স্থান কোমল তালুৰ প্ৰথম ভাগ অৰ্থাৎ কঠিন তালুৰ ঠিক পিচৰ অংশ[১৩]। উচ্চাৰণ-কৰণ জিভাৰ গুৰি খণ্ড অৰ্থাৎ জিহ্বামূল ওপৰলৈ দাঙি নি কোমল তালুৰ উক্ত স্থানত হাওঁফাওৰ পৰা ওলাই অহা বায়ুৰ সোঁতটো সম্পূৰ্ণ ৰূপে বোধ কৰি খন্তেকৰ পিচতে স্পৰ্শ এৰি দিলে এটা স্ফোটনেৰে সৈতে যি ধ্বনি উচ্চাৰিত হয় সেয়ে পশ্চ-তালব্য প্ৰস্ফোট ধ্বনি।

পশ্চ-তালব্য প্ৰস্ফোট ধ্বনিৰে গঠিত বিশিষ্ট ধ্বনি বা বৰ্ণ অসমীয়া ভাষাত চাৰিটা: ক খ গ ঘ। ইহঁতৰ উপধ্বনিবোৰৰ উচ্চাৰণ-স্থান কঠিন তালুৰ কাষৰ পৰা আলজিভাৰ কিছুদূৰ ওপৰলৈকে এই সমগ্ৰ কোমল তালু। এই বিস্তৃত অঞ্চলৰ বিভিন্ন অংশত বিভিন্ন উপধ্বনিৰ উচ্চাৰণ হয়।

পৰবৰ্ত্তী স্বৰধ্বনিবিলাকে পশ্চ-তালব্য ধ্বনিৰ উচ্চাৰণত বিশেষ ভাবে প্ৰভাব বিস্তাৰ কৰা দেখা যায়। **ই এ' এ** ৰ পূৰ্ব্ববৰ্ত্তী হ'লে কঠিন তালুৰ ঠিক পিচতে, **আ** ৰ আগত হ'লে কোমল তালুৰ মাজত আৰু **অ অ' ও উ** ৰ আগত থাকিলে কোমল তালুৰ ঠিক নামনিত অৰ্থাৎ আলজিভাৰ ওপৰৰ অংশত জিহ্বামূলে স্পৰ্শ কৰি ধ্বনিবোৰ উচ্চাৰণ কৰে।

**২.৪১.৩১ ক বৰ্ণ।** ই এটা পশ্চ-তালব্য অঘোষ অল্পপ্ৰাণ প্ৰস্ফোট বৰ্ণ। ইয়াৰ উপধ্বনিবোৰৰ উচ্চাৰণত জিহ্বামূল ওপৰলৈ দাং খাই কোমল তালুত স্পৰ্শ কৰি বায়ুৰ সোঁত বোধ কৰে আৰু স্পৰ্শ এৰি দি স্ফোটন ঘটায়। কণ্ঠস্থ

---

১৩. সংস্কৃত তথা সকলোবোৰ ভাৰতীয় ভাষাৰ ব্যাকৰণত ক-বৰ্গটোক 'কণ্ঠ্য বৰ্গ' বুলি আলোচনা কৰা হয়। এই **অসমীয়া বৰ্ণ-প্ৰকাশ** ত আৰু **ধ্বনি বিজ্ঞানৰ ভূমিকা**ত কণ্ঠনালীয় (glottal) ধ্বনি বুজাবলৈহে 'কণ্ঠ্য' শব্দটো প্ৰয়োগ কৰা হৈছে। ঘণ্টিকাক কণ্ঠ কোৱা হয়। এতেকে তাত উচ্চাৰিত ধ্বনিক কণ্ঠ্য কোৱা যুগুত। সেয়েহে, কোমল তালুৰ আগ ভাগক, অৰ্থাৎ আলজিভাৰ ওপৰৰ খণ্ডক, পাচ-তালু আৰু তাত উচ্চাৰিত ধ্বনিবোৰক পশ্চ-তালব্য (Velar) ধ্বনি নাম দিয়া হৈছে।

স্বৰতন্ত্ৰীৰ স্পন্দন নহয়। বায়ুপ্ৰবাহ অঘৃষ্ট আৰু শ্বাসহীন; সেই হেতু উপধ্বনিবোৰ অঘোষ আৰু অল্পপ্ৰাণ।

'ক' আখৰেৰে এই বৰ্ণটো চিহ্নিত হয়।

২.৪১.৩১১ **অৰ্দ্ধদীৰ্ঘ** [ক]। অঘোষ অল্পপ্ৰাণ প্ৰস্ফোট ধ্বনি; অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ। 'য'-কাৰ, 'ৱ'-কাৰ অথবা 'ৰেফ' সংযুক্ত হ'লে ইয়াৰ উচ্চাৰণ হয়।

'য'-কাৰ সংযুক্ত [ক] তালব্যীভূত হয় অৰ্থাৎ জিভাৰ গুৰিটোৱে কোমল তালুৰ আগলৈ গৈ কঠিন তালুৰ কাষত স্পৰ্শ কৰি ইয়াক উচ্চাৰণ কৰে। ই সদায় অৰ্দ্ধদীৰ্ঘ। যেনে,

**বআকয়অ**, 'বাক্য'; **অ'ইকয়অ**, 'ঐক্য';

**সআনঅকয়অ**, 'চাণক্য'; **ষঅকয়অ**, 'শক্য'; ইত্যাদি।

কেৱল 'ৰ'-কাৰ আৰু 'ৰেফ' সংযুক্ত [ক] কোমল তালুত উচ্চাৰিত হয়, তালব্যীকৃত নহয়। ই সাধাৰণতে শিথিল। এই অৱস্থানত ই কেতিয়াবা বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়। যেনে,

**বইকৰই**, 'বিক্ৰি'; **বইকৰঅম**, 'বিক্ৰম',

**আকৰঅমঅন**, 'আক্ৰমণ'; **আকৰওষ**, 'আক্ৰোশ';

**অকৰউৰ**, 'অক্ৰূৰ'; **দইকৰই**, 'ডিক্ৰী' (ইং);

**তঅৰকঅ**, 'তৰ্ক'; **তআৰকইক**, 'তাৰ্কিক';

**মআৰকআ**, 'মাৰ্কা' (ইং); **কঅৰকঅষ**, 'কৰ্কশ'; ইত্যাদি।

২.৪১.৩১২ **তালব্যীভূত [ক]**। ই স্বৰৰ পূৰ্ব্ববৰ্ত্তী অৱস্থানত তালব্যীভূত [ক] শুনা যায়। ইয়াৰ উচ্চাৰণত জিহ্বামূলে কোমল আৰু কঠিন তালুৰ সীমাৰেখাতে স্পৰ্শ কৰি বায়ুৰ সোঁতটো সম্পূৰ্ণ ৰোধ কৰি এৰি দিয়ে আৰু লগে লগে ইয়াৰ পিচতে থকা ই স্বৰৰ উচ্চাৰণৰ আগ মুহূৰ্ত্তত কঠিন তালুত বায়ুপ্ৰবাহৰ ঈষৎ ঘৰ্ষণ হয়। এনে ঘৰ্ষণৰ হেতু কেতিয়াবা এই [ক] ধ্বনি স্পৃষ্ট [কশ] যেনো শুনা যায়।

শব্দৰ আদিতে ই যথেষ্ট সুথিৰ; মাজত অন্য ব্যঞ্জনৰ লগত সংযুক্ত অথবা আন্তঃস্বৰ অৱস্থানত আপেক্ষিক ভাবে শিথিল হয়। যেনে,

**কই**, 'কি'; **কইৰঅন**, 'কিৰণ';

**কইতআপ**, 'কিতাপ'; **কইৰতঅন**, 'কীৰ্ত্তন';

**কঈত**, 'কীট' ; **থইকই**, 'সিকি' ;
**মইসইকইআ**, 'মিচিকিয়া' ; **উকইল**, 'উকীল' ;
**থঅঙকই**, 'ভঙ্কি' ; **থঅঙকইবনঅ**, 'সংকীৰ্ণ' ;
**মঅসকইল**, 'মস্কিল' ; ইত্যাদি।

পদান্তত **ই** স্বৰৰ পিচত থাকিলেও তালব্যীভূত [ক] উচ্চাৰিত হয়। এই [ক] অস্ফোট, কিন্তু ই তালব্য ঘৰ্ষণযুক্ত মুক্তি লাভ কৰে (অস্ফোট [ক] চাওক)।

২.৪১.৩১৩ এ' এ স্বৰৰ পূৰ্ব্ববৰ্ত্তী হ'লেও [ক] দুই তালুৰ (কোমল আক কঠিন) সীমাৰেখাতে উচ্চাৰিত হয়; মাথোন বায়ুপ্ৰবাহত ঘৰ্ষণ নহয়। এনে [ক] শব্দৰ আদিতে থাকিলে সুস্থিৰ আক মাজত অন্ত ব্যঞ্জন-সংযুক্ত অথবা স্বৰমধ্যবৰ্ত্তী হ'লে শিথিল হয়। যেনে,

**কএ'তইআ**, 'কেতিয়া' ; **কএ'বউ**, 'কেৰু' ;
**কএ'বঅল**, 'কেৱল' ; **কএ'তএ'কই**, 'কেতেকী' ;
**কএঁকওবআ**, 'কেঁকোৰা' ; **কএনএ'**, 'কেনে' ;
**কএবওন**, 'কেবোণ' ; **তইকএ'নদবঅ**, 'ত্ৰিকেন্দ্ৰ';
**তএ'কএ'লই**, 'টেকেলী' ; **তএকএলআ**, 'টেকেলা' ;
**থঅঙকএত**, 'সংকেত' ; ইত্যাদি।

২.৪১.৩১৪ **শুদ্ধ পশ্চ-তালব্য** [ক]। আ স্বৰৰ আগত থকা [ক] অৰ কোমল তালুৰ ঠিক মাজ ভাগতে উচ্চাৰণ হয়। আন্তঃস্বৰ অৱস্থানত ই শিথিল আক শব্দৰ আদিতে সুস্থিৰ হয়। যেনে,

**কআম**, 'কাম' ; **কআউবই**, 'কাউৰী' ;
**কআব**, 'কাষ' ; **কআবঅন**, 'কাৰণ' ;
**আকআব**, 'আকাৰ' ; **আকআব**, 'আকাশ' ;
**সইকআবই**, 'চিকাৰী' ; **থউকআন**, 'শুকান' ;
**বওকআ**, 'বোকা' ; ইত্যাদি। **একআবএঁকআ**, 'একাবেঁকা' ;

২.৪১.৩১৫ **ৰ ল স** অৰ লগত সংযুক্ত প্ৰথম বৰ্ণৰূপে, আক শব্দৰ মাজত 'ষ'-কাৰেৰে সৈতে তিনিটা ব্যঞ্জন সংযুক্ত হ'লে [ক] কোমল তালুৰ মাজত

উচ্চাৰিত হয়। শব্দৰ আদিতে ই স্থিৰ আৰু মাজত আপেক্ষিক ভাবে শিথিল হয়। যেনে,

**কৰইষই**, 'কৃষি' ; **কৰইসনঅ**, 'কৃষ্ণ' ;
**কৰইপআ**, 'কৃপা' ; **কৰওধ**, 'ক্ৰোধ' ;
**কৰউৰ**, 'ক্ৰূৰ' ; **কলআনতই**, 'কান্তি' ;
**কলএ'ষ**, 'ক্লেশ' ; **অকলআনতঅ**, 'অক্লান্ত' ;
**নঅকসআ**, 'নক্সা' ; **ষঅঙকৰআমঅক**, 'সংক্ৰামক' ;
**নইসকৰআনতঅ**, 'নিষ্ক্ৰান্ত' , **নইসকৰইতই**, 'নিষ্কৃতি' ;
**পউৰঅসকৰইতঅ**, 'পুৰস্কৃত' ; ইত্যাদি।

২.৪১.৩১৬ মূলীয় স্বৰ অ অ' ও উ ৰ পূৰ্ব্ববৰ্ত্তী অথবা মধ্যবৰ্ত্তী পৰিবেশত [ ক ] কোমল তালুৰ মাজভাগৰ পৰা শেহ ভাগৰ ভিতৰত ( আলজিভাৰ ওপৰলৈকে ) অঘোষ প্ৰস্ফোট হৈ উচ্চাৰিত হয়। এনে [ ক ] শব্দৰ আদিতে স্থিৰ, মাজত শিথিল। যেনে,

**কঅলঅহ**, 'কলহ' ; **কঅৰঅম**, 'কৰম' ;
**আকঅৰ**, 'আকৰ' ; **ষঅকঅত**, 'শকত' ,
**বএকঅত**, 'বেকত' , **কঅ'তউ**, 'কটু' ;
**কঅ'লইআ**, 'কলীয়া' , **কঅ'ৰউন**, 'কৰণ' ;
**সঅ'কঅ'লইআ**, 'চকলিয়া' ; **মউকঅ'লই**, 'মুকলি' ;
**কওমঅল**, 'কোমল' ; **কওত**, 'কোট' ( ইং ) ;
**কওমওৰআ**, 'কোমোৰা' , **মআকও**, 'মাকো' ,
**সআকওলআ**, 'চাকোলা' ; **ষওকওতআ**, 'সোকোতা' ;
**কউতউম**, 'কুটুম' ; **কউতইৰ**, 'কুটীৰ' ;
**কউমআৰই**, 'কুমাৰী' ; **বউকউ**, 'বুকু' ;
**মউকউতআ**, 'মুকুতা' ; **সঅ'কউ**, 'চকু' ;
**আকউল**, 'আকুল' ; **সএ'কউৰ**, 'চৈকুৰ' ;
**অঙকউষ**, 'অঙ্কুশ' ; **ষঅঙকওস**, 'সংকোচ' ;
**বইসকউত**, 'বিচ্কুট' ( ইং ) ; ইত্যাদি।

২.৪১.৩১৭ **অস্ফোট [ ক ]।** নিয়ত ত বৰ্ণৰ পূৰ্ব্ববৰ্ত্তী সংযুক্ত [ ক ] কোমল তালুৰ মাজত উচ্চাৰিত হয় ; কিন্তু ইয়াৰ স্ফোটন নহয়। জিভ অৰ্থাৎ

[ কক ] অৰ উচ্চাৰণত স্পৰ্শকাল মাথোন দীৰ্ঘ হয়; দুয়োটা [ কক ] অৰ স্ফোটন একেটাই। ইহঁতৰ উচ্চাৰণ-স্থান পৰবৰ্ত্তী স্বৰে নিৰ্ণয় কৰে। অস্ফোট [ ক ], [ কক ] ঈষৎ সুথিৰ। যেনে,

**ভঅকতঅ**, 'ভক্ত'; **ভঅকতই**, 'ভক্তি';
**মউকতঅ**, 'মুক্ত'; **ষঅকতই**, 'শক্তি';
**মঅককআ**, 'মক্কা'; **ধআককআ** 'ঢাক্কা';
**পঅককঅ**, 'পক্ক'; ইত্যাদি।

২.৪১.৩১৮ **অস্ফোট মুক্ত** [ ক ]। পদান্ত [ ক ] অৰ উচ্চাৰণত স্ফোটন নহয়; মাথোন ই অঘোষ মুক্তি লাভ কৰে। ইয়াৰ উচ্চাৰণ-স্থান পূৰ্ব্ববৰ্ত্তী স্বৰ ধ্বনিয়ে নিৰ্ণয় কৰে।

**ই** ৰ পৰবৰ্ত্তী [ ক ] অই অঘোষ তালব্য ঘৃষ্ট বায়ুপ্ৰবাহেৰে মুক্তি লাভ কৰে। যেনে,

**বআৰষইক**, 'বাৰ্ষিক'; **ষঅমআৰইক**, 'সমাজিক';
**দইক**, 'দিক'; **বইবএ'ক**, 'বিবেক';
**মআহএক**, 'মাহেক'; **বঅসএৰএক**, 'বছেৰেক';
**বইপআক**, 'বিপাক'; **পইতআক**, 'পিতাক';
**ষআক**, 'শাক'; **আমআক**, 'আমাক';
**গঅসঅক**, 'গচক'; **আহঅক**, 'আহক';
**ঘওষঅক**, 'ঘোষক'; **যওষঅক**, 'যোজক';
**পওক**, 'পোক'; **যওলওক**, 'জোলোক';
**থওলওক**, 'খোলোক'; **অষওক**, 'অশোক';
**ষউক**, 'শুক'; **বঅ'নদউক**, 'বন্দুক';
**অ'মউক**, 'অমুক'; **ভঅ'সউক**, 'ভচুক';
**বঅ'তউক**, 'বটুক'; **উক**, 'উক'; ইত্যাদি।

২.৪১.৩১৯ **অনুনাসিক মুক্তিযুক্ত** [ ক ]। পৰবৰ্ত্তী ম বৰ্ণৰ লগত সংযুক্ত [ ক ] অৰ উচ্চাৰণ-স্থান কোমল তালুৰ মাজ ভাগ; ইয়াৰ স্ফোটন নহয়; মাথোন অতি সামান্য ভাবে নাসিকা বিবৰেৰে মুক্তি লাভ হোৱা শুনা যায়। এনে পৰিবেশ মাত্ৰ সংস্কৃত তৎসম শব্দতহে পোৱা গৈছে। যেনে,

**বউকমঅ**, 'কম্ম', **বউকমইনই**, 'কম্মিনী',
**বউকমই**, 'কম্মী'; ইত্যাদি।

২.৪১.৩২ **খ বর্ণ**। ই এটা পশ্চ-তালব্য অঘোষ প্রস্ফোট বর্ণ; **ক** বর্ণৰ মহাপ্রাণ ৰূপ বুলিব পাৰি। **ক** বর্ণৰ উপধ্বনিবোৰৰ লগত ইয়াৰো উপধ্বনি-বোৰৰ উচ্চাৰণ-স্থান আৰু প্রয়োগত যথেষ্ট মিল দেখা যায়।

'খ' আৰু 'ক্ষ' আখৰেৰে এই বর্ণটো লিখা হয়।

কোনো কোনো উপভাষাত **খ** আৰু **ষ** এই বর্ণ দুটাৰ মাজত উচ্চাৰণৰ খেলিমেলি শুনা যায়; অর্থাৎ **খ** অৰ ঠাইত **ষ** আৰু **ষ** অৰ ঠাইত **খ** উচ্চাৰিত হয়।

২.৪১.৩২১ **অর্দ্ধদীর্ঘ** [ **খ** ]। অঘোষ পশ্চ-তালব্য মহাপ্রাণ ধ্বনি, কোমল তালুৰ আগ ভাগত উচ্চাৰিত হয়। ই অর্দ্ধদীর্ঘ অর্থাৎ নিয়ন্তাংশৰ স্পর্শকাল অলপ দীর্ঘ আৰু সুথিৰ।

শব্দৰ মাজত কেৱল 'য'-কাৰ সংযুক্ত পৰিবেশত ইয়াৰ উচ্চাৰণ হয়। যেনে,

**বইখয়আত**, 'বিখ্যাত', **আখয়আন**, 'আখ্যান',
**ষউখয়আতই**, 'সুখ্যাতি', **লঅখয়অ**, 'লক্ষ্য',
**ষইখয়আ**, 'শিক্ষা', **দঅখয়অতআ**, 'দক্ষতা',
**মউখয়অ**, 'মুখ্য', **অধয়অখয়অ**, 'অধ্যক্ষ', ইত্যাদি।

২.৪১.৩২২ 'ৰেফ' সংযুক্ত অৱস্থানতো স্বাভাবিক মাত্রাযুক্ত শিথিল [ **খ** ] অৰ বিকল্প ৰূপে অর্দ্ধদীর্ঘ সুথিৰ [ **খ** ] উচ্চাৰিত হয়। যেনে,

**মউৰখঅ**, 'মূৰ্খ', **মউৰখআমই**, 'মূৰ্খামি',
**সঅৰখআ**, 'চর্খা', ইত্যাদি।

২.৪১ ৩২৩ **স্পৃষ্ট** [ **খ** ]। এই [ **খ** ] অৰ উচ্চাৰণত ধ্বনিটোৰ উচ্চাৰণ শেষ হোৱাৰ আগমুহূর্ত্তত বহির্গামী বায়ুপ্রবাহটোত যথেষ্ট ঘর্ষণ হয়।

**ই** আৰু **উ** স্বৰৰ আগত থাকিলে স্পৃষ্ট [ **খ** ] অৰ উচ্চাৰণ হয়। **ই** ৰ আগত থকা [ **খ** ] অৰ উচ্চাৰণ-স্থান কোমল আৰু কঠিন তালুৰ সীমাৰেখা; কিন্তু বায়ুপ্রবাহৰ ঘর্ষণৰ স্থান সম্পূর্ণ ৰূপে কঠিন তালু বুলিব পাৰি।

**উ** ৰ আগত থকা [ **খ** ] কোমল তালুৰ মাজত অথবা তাতোকৈ ঈষৎ তলত উচ্চাৰিত হয়। বায়ুপ্রবাহৰ ঘর্ষণো সেই একে ঠাইতে হয়।

শব্দৰ আদিতে স্পৃষ্ট [ খ ] অতি দুৰ্থিৰ ; আন্তঃস্বৰ অবস্থানত আপেক্ষিক ভাবে শিথিল। যেনে,

**খইন,** 'ক্ষীণ' অথবা 'খীণ' ; **খইৰ,** 'ক্ষীৰ' ;
**খইতআপ,** 'খিতাপ' ; **খইআল,** 'খিয়াল' ;
**খইৰইকই,** 'খিৰিকি' ; **খউৰ,** 'ক্ষুৰ' ;
**খউন,** 'ক্ষুণ' বা 'খুণ' ; **খউৰঅ'লই,** 'খুৰলি' ;
**খউকউৰই,** 'খুকুৰি' ; **লইখইতঅ,** 'লিখিত' ;
**ষআখই,** 'সাক্ষী' ; **মউখইআল,** 'মুখিয়াল' ;
**লআখউতই,** 'লাখুটি' ; **মআখউনদই,** 'মাখুন্দী' ;
**মউখউৰআ,** 'মুখুৰা' অৰ্থাৎ 'সাঁফৰ' ; ইত্যাদি।

২.৪১.৩২৪ পদান্তত **ই এ' এ উ ৰ** পিচত থকা [ খ ] অৰ উচ্চাৰণত স্ফোটন নহয় ; অঘোষ মুক্তি ঈষৎ ঘৰ্ষণ যুক্ত হৈ ধ্বনিটো সামান্য ভাবে স্পৃষ্ট যেন শুনুৱায়। যেনে,

**লইখ,** 'লিখ' ; **নইৰইখ,** 'নিৰিখ' ;
**বইৰইখ,** 'বিৰিখ' ; **অলএখ,** 'অলেখ' ;
**দএখ,** 'দেখ' ; **লএখ,** 'লেখ' ;
**অ'ষউখ,** 'অসুখ' ; **বইষউখ,** 'বিসুখ' ;
**দউখ,** 'দুখ' ; **ষঅ'মউখ,** 'সমুখ' ;
**বইমউখ,** 'বিমুখ' ; ইত্যাদি।

২.৪১.৩২৫ **অগ্ৰবৰ্ত্তী** [ খ ]। কোমল তালুৰ আগ ভাগত উচ্চাৰিত অঘোষ মহাপ্ৰাণ প্ৰস্ফোট ধ্বনি। প্ৰান্তীয় এ' এ স্বৰৰ আগত বা মাজত ইয়াৰ উচ্চাৰণ শুনা যায়। শব্দৰ আদিতে ই সুথিৰ আৰু স্বৰমধ্যবৰ্ত্তী হ'লে শিথিল হয়। যেনে,

**খএ'তইঅক,** 'খেত্তিয়ক' ; **খএ'লউআই,** 'খেলুৱাই' ;
**খএ'লই,** 'খেলি' ; **খএদ,** 'খেদ' ;
**খএআল,** 'খেয়াল' ; **খএৰ,** 'খেৰ' ;
**খএতৰই,** 'খেত্ৰী' ; **নএ'খএ'লইনএ,** 'নেখেলিনে' ;
**মএখএলআ,** 'মেখেলা' ; **এ'খএ'ত,** 'এখেত' ;
**তএ'খএ'তঅৰ,** 'তেখেতৰ' ; ইত্যাদি।

২.৪১.৩২৬ 'য'-কাৰ সংযুক্ত [ খ ] ও শব্দৰ আদিতে সুস্থিৰ আৰু অগ্ৰবৰ্ত্তী হৈ উচ্চাৰিত হয়। যেনে,

**খয়আনতঅ,** 'ক্ষান্ত'; **খয়আতই,** 'খ্যাতি';
**খয়অনইক,** 'ক্ষণিক'; **খয়অ'তই,** 'ক্ষতি';
**খয়ওভ,** 'ক্ষোভ'; **খয়অ'উনই,** 'ক্ষৌণী';
**খয়অমঅতআ,** 'ক্ষমতা'; ইত্যাদি। **খয়অতৰইঅ,** 'ক্ষত্ৰিয়';

২.৪১.৩২৭ **মধ্যবৰ্ত্তী** [ খ ]। কোমল তালুৰ মাজ ভাগত উচ্চাৰিত অঘোষ প্ৰস্ফোট মহাপ্ৰাণ ধ্বনি। **আ অ অ'** ও ৱ আগত বা মাজত এই [খ] শুনা যায়। **অ'** ও ৱ আগত বা মাজত থাকিলে উচ্চাৰণ-স্থান সামান্য ভাবে নামলৈ যোৱা যেন লাগে।

শব্দৰ আদিতে ই সুস্থিৰ আৰু স্বৰমধ্যবৰ্ত্তী অৱস্থানত শিথিল। যেনে,

**খআবউ,** 'খাৰু'; **খআযআনআ,** 'খাজানা';
**খআদয়অ,** 'খাদ্য'; **আখআবআ,** 'আখাৰা';
**লএখআ,** 'লেখা'; **এমঅখআ,** 'এমখা';
**যঅখঅম,** 'জখম'; **খঅ'ৰইআল,** 'খৰিয়াল';
**খঅ'লইহঅ'ই,** 'খলিহৈ'; **খওকওযআ,** 'খোকোজা';
**খওপআ,** 'খোপা'; **খওলওসআ,** 'খোলোচা';
**এখওঁতআলই,** 'এখোঁটালী'; **ওখওবআ মওখওবআ,** 'ওখোবা-মোখোবা';
**দএখওন,** 'দেখোন';
**লএখওঁ,** 'লেখোঁ'; ইত্যাদি।

২.৪১.৩২৮ **আ অ অ'** ও ৱ পৰবৰ্ত্তী পদান্ত [ খ ] ও অঘোষ মহাপ্ৰাণ ধ্বনিৰূপে ওপৰত উল্লেখ কৰা (ছেদ ২.৪১.৩২৭) স্থানতে উচ্চাৰিত হয়। এই [ খ ] অস্ফোট, জোৰবান অঘোষ মুক্তি যুক্ত। যেনে,

**লআখ,** 'লাখ'; **লআদআখ,** 'লাডাখ';
**মআখ,** 'মাখ'; **নইমঅখ,** 'নিমখ';
**নঅখ,** 'নখ'; **সঅখ,** 'চখ';
**যওখ,** 'জোখ'; ইত্যাদি।

২.৪১.৩৩ **গ বৰ্ণ।** ই এটা পশ্চ-তালব্য সঘোষ আৰু অল্পপ্ৰাণ প্ৰস্ফোট বৰ্ণ। ইয়াৰ সকলোবোৰ উপধ্বনিৰ উচ্চাৰণত স্বৰতন্ত্ৰীৰ স্পন্দন হয়; আৰু

লেশমানো নাথাকে। সেয়ে, ইয়াক ক বৰ্ণৰ সঘোষ প্ৰতিৰূপ বুলি ক'ব পাৰি। ক আৰু দুৱেই গ অৰো উচ্চাৰণ-স্থান সমানে বিস্তৃত।

'গ' আখৰ এই বৰ্ণৰ লিখিত প্ৰতীক।

২.৪১.৩৩১ **আত্যুদ্গীৰ্ণ** [ গ ]। শব্দৰ আদিতে উচ্চাৰিত [ গ ] অতি সুথিৰ আৰু ঈষৎ অত্যুদ্গীৰ্ণ হয়, অৰ্থাৎ ধ্বনিটোৰ উচ্চাৰণৰ ঠিক আগ মুহূৰ্ত্তত স্বৰতন্ত্ৰীয়ে কণ্ঠ বোধ কৰে। প্ৰান্তীয় স্বৰ আৰু **আ** ৰ আগত থাকিলে উচ্চাৰণ-স্থান অলপ আগ বাঢ়ে আৰু মূলীয় স্বৰৰ আগত থাকিলে অলপ পিচলৈ যায়। **ই** স্বৰৰ আগত উচ্চাৰিত **গ** ঈষৎ তালব্যীভূত হয়। যেনে,

**গইত,** 'গীত' ; **গইৰই,** 'গিৰি' অথবা 'গিৰী' ;
**গইআন,** 'গিয়ান' , **গইআতই,** 'গিয়াতি' অৰ্থাৎ 'জ্ঞাতি';
**গএ'ৰউআ,** 'গেৰুৱা' , **গএ'ঙএ'ৰই,** 'গেঙেৰি' ;
**গএঘএৰআ,** 'গেজেৰা' ; **গএৰআৰই,** 'গেবাৰি' ;
**গএনধআলই,** 'গেন্ধালী' ; **গআ,** 'গা' ;
**গআমওসআ,** 'গামোচা' ; **গআভঅ'ৰউ,** 'গাভৰু' ;
**গঅৰঅম,** 'গৰম' ; **গঅগঅনআ,** 'গগনা' ;
**গঅ'ৰউ,** 'গৰু', **গঅ'তই,** 'গতি' ;
**গঅ'ৰইমআ,** 'গৰিমা' ; **গওপআল,** 'গোপাল' ;
**গওহআলই,** 'গোহালী' ; **গওসসআমই,** 'গোস্বামী' ;
**গউতই,** 'গুটি' ; **গউনআ,** 'গুণা' ;
**গউৰইআল,** 'গুৰিয়াল' ; ইত্যাদি।

২.৪১.৩৩২ শব্দৰ আৰম্ভণিতে থকা সংযুক্ত [গ] অৰ উচ্চাৰণ সুথিৰ কিন্তু অত্যুদ্গীৰ্ণ নহয়। যেনে,

**গয়আন,** 'জ্ঞান' ; **গয়আতই,** 'জ্ঞাতি' ;
**গৰঅহঅন,** 'গ্ৰহণ' ; **গৰইসমঅ,** 'গ্ৰীষ্ম' ;
**গৰইহই,** 'গৃহী' ; **গৰআস,** 'গ্ৰাস' ;
**গলআনই,** 'গ্লানি' ; ইত্যাদি।

২.৪১.৩৩৩ **অৰ্দ্ধদীৰ্ঘ** [গ]। শব্দৰ মাজত কেৱল 'ৰ'-কাৰ সংযুক্ত হ'লে [গ] সদায় অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়; উচ্চাৰণ-স্থানও অলপ আগলৈ যায়।

'জ্ঞ' আৰু 'গ্য' আখৰে সংযুক্ত গয় সূচায়। যেনে,

**আগয়আ,** 'আজ্ঞা'; **ভআগয়অ,** 'ভাগ্য';
**যঅগয়অ,** 'যজ্ঞ'; **বইগয়আন,** 'বিজ্ঞান';
**অগয়আতঅ,** 'অজ্ঞাত'; **অবঅগয়আ,**'অবজ্ঞা';ইত্যাদি।

২.৪১.৩৩৪ 'ঘ'-কাৰেৰে সৈতে তিনিটা ব্যঞ্জনৰ সংযোগ হ'লে [গ] ৰ উচ্চাৰণ-স্থান ওপৰত আলোচনা কৰাৰ দৰেই অলপ আগলৈ যায়; কিন্তু ই সুথিৰ অথবা অৰ্দ্ধদীৰ্ঘ নহয়। যেনে,

**যঅঙগয়আ,** 'সংজ্ঞা'।

২.৪১.৩৩৫ শব্দৰ মাজত থকা কেৱল 'ৰ'-কাৰ সংযুক্ত [গ] কোমল তালুৰ মাজ খণ্ডত উচ্চাৰিত হয়। 'ৰেফ' সংযুক্ত হ'লে ইয়াৰ উচ্চাৰণ-স্থান পৰবৰ্ত্তী স্বৰবৰ্ণই নিৰ্ণয় কৰে; অৰ্থাৎ প্ৰান্তীয় আৰু কেন্দ্ৰীয় স্বৰ আগত থাকিলে উচ্চাৰণ-স্থান অলপ আগলৈ যায় আৰু মূলীয় স্বৰ আগত হ'লে অলপ পিচলৈ যায়।

এই দুয়োটা পৰিবেশতে [গ] বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ হয়।

'ৰেফ' সংযুক্ত [গ] দ্বিত্ব 'গ্‌গ' আখৰেৰে লিখা নহয়। 'ৰ'-কাৰ সংযুক্ত হ'লে ইয়াক 'গ্ৰ' আৰু 'গৃ' আখৰেৰে লিখা হয়। যেনে,

**সঅৰগইঅ,** 'স্বৰ্গীয়'; **বঅৰগঅ,** 'বৰ্গ',
**খঅৰগঅ,** 'খড়্গ'; **মআৰগঅ,** 'মাৰ্গ';
**আগৰঅহ,** 'আগ্ৰহ', **বইগৰঅহ,** 'বিগ্ৰহ',
**যআগৰইতঅ,** 'জাগৃত'; **অ'নউগৰইহইতঅ,** 'অনুগৃহীত';
ইত্যাদি।

২.৪১.৩৩৬ 'ৰ'-কাৰেৰে সৈতে তিনিটা ব্যঞ্জনৰ সংযোগ হ'লে [গ] ৰ বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ উচ্চাৰণ নহয়, অৰ্থাৎ ই স্বাভাবিক মাত্ৰাযুক্ত আৰু শিথিল হয়। যেনে,

**যঅঙগৰঅহ,** 'সংগ্ৰহ'; **যঅঙগৰইহইতঅ,** 'সংগৃহীত';
**যঅঙগৰআম,** 'সংগ্ৰাম'; ইত্যাদি।

২.৪১.৩৩৭ **শিথিল [গ]**। আন্তঃস্বৰ অৱস্থানত [গ] ৰ পশ্চ-তালব্য সঘোষ অল্পপ্ৰাণ প্ৰস্ফোট ধ্বনি ৰূপে উচ্চাৰণ হয়। ই সদায় শিথিল।

প্ৰান্তীয় স্বৰ ই এ' এ অথবা কেন্দ্ৰীয় স্বৰ আ ৰ পূৰ্ব্ববৰ্ত্তী বা মধ্যবৰ্ত্তী অৱস্থানত ইয়াৰ উচ্চাৰণ-স্থান অলপ আগবাঢ়ে আৰু মূলীয় স্বৰ অ অ' ও উ ৰ ক্ষেত্ৰত অলপ পিচলৈ যায়।

শব্দৰ মাজত 'ৰ'-কাৰ অথবা 'য'-কাৰেৰে তিনিটা ব্যঞ্জনৰ সংযোগ হ'লে এনে স্থিৰ [গ] অৰ উচ্চাৰণ হয় ( ওপৰৰ ছেদ চাওক )। যেনে,

**সইগইল**, 'ছিগিল' ; **বআগইসআ**, 'বাগিছা' ;
**বএ'গই** 'বেগী' ; **লআগইসইল**, 'লাগিছিল' ;
**বঅগঅ'লই**, 'বগলী' ; **ভঅ'গইৰঅথ**, 'ভগীৰথ' ;
**ভআগইন**, 'ভাগিন' ; **বএ'গএ'ৰএ'**, 'বেগেৰে' ;
**নইগঅনই**, 'নিগনি' ; **যউগইনই**, 'যুগিনী' ;
**অ'যউগউত**, 'অযুগুত' ; **লঅ'গউন**, 'লগুণ' ;
**আগউৰ**, 'আগুৰ' ; ইত্যাদি।

২.৪১.৩৩৮ **অনুনাসিক মুক্তিযুক্ত** [গ]। পৰবৰ্ত্তী ন ম অৰ লগত সংযুক্ত হ'লে [গ] অৰ উচ্চাৰণত স্ফোটন নহয়; নাসিকা বিবৰেৰে বায়ু প্ৰবাহৰ মুক্তিলাভ হয়। যেনে,

**লঅগনঅ**, 'লগ্ন' ; **বআগমইৰঅৰ**, 'বাগ্মীবৰ' ;
**মঅগনঅ**, 'মগ্ন' ; **নঅগনঅ**, 'নগ্ন' ; ইত্যাদি।

২.৪১.৩৩৯ **অস্ফোট** [গ]। পদান্ত [গ] অৰ উচ্চাৰণতো স্ফোটন নহয়; মাথোন ঈষৎ সঘোষ বায়ুপ্ৰবাহেৰে মুক্তি ঘটে। এনে [ গ ] অৰ উচ্চাৰণ-স্থান প্ৰান্তীয় স্বৰৰ পিচত হ'লে অলপ আগলৈ যায় আৰু বাকীবোৰ স্বৰৰ পিচত থাকিলে অলপ পিচ হুঁহকে। যেনে,

**সইগ**, 'ছিগ' ; **বএগ**, 'বেগ' ;
**সএগ**, 'চেগ' ; **মআগ**, 'মাগ' ;
**যঅযআগ**, 'সজাগ' ; **সআগ**, 'ছাগ' ;
**ওলঅগ**, 'ওলগ' ; **নইলঅগ**, 'নিলগ' ;
**যওগ**, 'যোগ' ; **যঅমভওগ**, 'সম্ভোগ' ;
**যঅহঅযওগ**, 'সহযোগ' **যউগ**, 'যুগ' ;
**মউগ**, 'মুগ' অৰ্থাৎ 'মগু' ; ইত্যাদি।

২.৪১.৩৪ ঘ বৰ্ণ। ই এটা সঘোষ পশ্চ-তালব্য মহাপ্ৰাণ প্ৰস্ফোট বৰ্ণ। ইয়াক গ্‌ ৰ মহাপ্ৰাণ অথবা খ ৰ সঘোষ প্ৰতিৰূপ বুলিব পাৰি। পশ্চ-তালব্য আনবোৰ প্ৰস্ফোট বৰ্ণৰ দৰেই ইয়াৰো উপধ্বনিবোৰৰ উচ্চাৰণ-স্থানৰ বহল বিস্তৃতি দেখা যায়।

'ঘ' আখৰ ঘ বৰ্ণৰ প্ৰতীক।

২.৪১.৩৪১ আদ্যদীৰ্ঘ [ ঘ ]। পশ্চ-তালব্য অল্পপ্ৰাণ [ গ ] ৰ দৰেই [ ঘ ] ও শব্দৰ আদিতে কণ্ঠৰোধ হৈ উচ্চাৰিত হয়। ই অতি স্থিৰ ধ্বনি। মূলীয় স্বৰৰ আগত হ'লে ইয়াৰ উচ্চাৰণ-স্থান অলপ পিচলৈ যায়; বাকীবোৰ স্বৰৰ আগত থাকিলে অলপ আগ বাঢ়ে। ই ৰ আগত ই ঈষৎ তালব্যীভূত (?) হয়। যেনে,

ঘইলআ, 'ঘিলা', ঘইতইৰআ, 'ঘিটিবা';
ঘইমঅ'কউ, 'ঘিমক'; ঘইউ, 'ঘিউ';
ঘএঁসউলই, 'ঘেঁচুলি'; ঘএৰ, 'ঘেৰ';
ঘএদআল, 'ঘেদাল'; ঘআগঅ'ৰই, 'ঘাগৰি',
ঘআত, 'ঘাট'; ঘআই, 'ঘাই';
ঘঅৰ, 'ঘৰ'; ঘঅত, 'ঘট' বা 'ঘঁট',
ঘঅ'কউআ, 'ঘকুৱা', ঘঅ'ৰইআল, 'ঘৰিয়াল';
ঘঅ'ইনইএক, 'ঘৈণীয়েক'; ঘওঁৰআ, 'ঘোঁৰা';
ঘওৰঅনআ, 'ঘোৰণা'; ঘউৰ, 'ঘূৰ';
ঘউনউসআ, 'ঘুনুচা'; ঘউগউৰআ, 'ঘুগুৰা',
ঘউৰঅ'নইআ, 'ঘূৰণীয়া'; ইত্যাদি।

২.৪১.৩৪২ অৰ্দ্ধদীৰ্ঘ [ ঘ ]। শব্দৰ মাজত 'ৰেফ' আৰু 'ৰ'-কাৰ সংযুক্ত [ ঘ ] বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু স্থিৰ হয়। যেনে,

অৰঘঅ, 'অৰ্ঘ'; অৰঘআ, 'অৰ্ঘা';
বয়আঘৰঅ, 'ব্যাঘ্ৰ'; আঘৰআন, 'আঘ্ৰাণ';
সঅঘৰইসতঅ, 'সঘৃষ্ট'; অঘৰইসতঅ, 'অঘৃষ্ট'; ইত্যাদি।

'ৰেফ' অথবা 'ৰ'-কাৰ সংযুক্ত শব্দবোৰ সংস্কৃতৰ পৰা গ্ৰহণ কৰা তৎসম শব্দ; এইবোৰৰ সাধাৰণতে সৰ্ব্বসাধাৰণৰ মুখত ৰবকৈ উচ্চাৰণ হোৱা শুনা নাযায়।

২.৪১.৩৪৩ **শিথিল** [ ঘ ]। পশ্চ-তালব্য সঘোষ মহাপ্রাণ প্রস্ফোট ধ্বনি। ইয়াৰ নিয়তাংশ অৰ্থাৎ স্পৰ্শ অতি শিথিল আৰু স্ফোটনো নিচেই লঘু। ইয়াৰ উচ্চাৰণ-স্থান পৰবৰ্ত্তী স্বৰৰ দ্বাৰা নিৰ্ণিত হয়।

**ই** স্বৰৰ আগত থাকিলে ইয়াৰ কঠিন তালুৰ কাষত উচ্চাৰণ হয় আৰু নিয়তাংশৰ পিচতে উচ্চাৰিত শ্বাস যুক্ত বায়ুপ্ৰবাহ আপেক্ষিক ভাবে বেছি বলবান আৰু সঘৃষ্ট হৈ ধ্বনিটো স্পৃষ্ট যেন শুনুৱায়।

**উ** স্বৰৰ পিচত থাকিলে ইয়াৰ উচ্চাৰণ-স্থান বহুখিনি পিচলৈ যায় আৰু ধ্বনিটো ঈষৎ স্পৃষ্ট যেন লাগে।

এনে শিথিল [ঘ] আন্তঃস্বৰ অবস্থানত আৰু ‘ৰেফ’ ভিন্ন অন্য ব্যঞ্জনৰ লগত সংযুক্ত দ্বিতীয় বৰ্ণৰূপে উচ্চাৰিত হয়। যেনে,

**বইঘইনই**, ‘বিঘিনি’ ; **বআঘইনই**, ‘বাঘিনী’ ;
**মএঘএ’**, ‘মেঘে’ ; **বআঘএ’**, ‘বাঘে’ ;
**আঘআত**, ‘আঘাত’ ; **মআঘঅত**, ‘মাঘত’ ;
**অ’ঘঅ’বই**, ‘অঘৰী’ ; **মঅঘআ**, ‘মঘা’ ;
**যঅঘঅনয়অ**, ‘জঘন্য’ ; **উঘঅ’লই**, ‘উঘলি’ ;
**লঅঘওন**, ‘লঘোন’ ; **লঅ’ঘউ**, ‘লঘু’ ;
**সঅঙঘঅ**, ‘সংঘ’ ; **লঅঙঘঅন**, ‘লঙ্ঘন’ ;
**উদঘআতঅন**, ‘উদ্ঘাটন’ ; ইত্যাদি।

২.৪১.৩৪৪ **অনুনাসিক মুক্তি যুক্ত** [ ঘ ]। তৎসম শব্দ কেতবোৰত ‘ঘ্ন’ অৰ্থাৎ পৰবৰ্ত্তী ন অৰ লগত [ ঘ ] সংযুক্ত হৈ উচ্চাৰিত হয়। এনে উচ্চাৰণত [ ঘ ] অৰ স্ফোটন নহয় ; মাথোন নাসিকা বিবৰেৰে মুক্তি ঘটে। এই অনুনাসিক মুক্তি যুক্ত [ ঘ ] আপেক্ষিক ভাবে সুথিৰ। যেনে,

**বইঘনঅ**, ‘বিঘ্ন’ ; **কৰইতঅঘনঅ**, ‘কৃতঘ্ন’ ; ইত্যাদি।

২.৪১.৩৪৫ **অৰ্দ্ধাঘোষ** [ ঘ ]। পদান্ত [ ঘ ] অৰ নিয়তাংশ নিচেই শিথিল। ইয়াৰ স্ফোটন নহয় ; নিয়তাংশৰ মুক্তি হোৱাৰ লগে লগে প্ৰবাহিত সঘোষ শ্বাস অঘোষ হৈ অন্ত পৰে।

পূৰ্ব্ববৰ্ত্তী স্বৰে এই [ ঘ ] অৰ উচ্চাৰণ-স্থান নিৰ্ণয় কৰে। **ই** ৰ পৰবৰ্ত্তী স্থানত ইয়াৰ মুক্তি আপেক্ষিক ভাবে বলবান আৰু সঘৃষ্ট হোৱা হেতু ধ্বনিটো ঈষৎ স্পৃষ্ট যেন লাগে। যেনে,

**দইঘ**, ‘দীঘ’ ; **মএঘ**, ‘মেঘ’ ;
**মআঘ**, ‘মাঘ’ ; **নইদআঘ**, ‘নিদাঘ’ ;
**বআঘ**, ‘বাঘ’ ; ইত্যাদি।

## ২.৪২ উষ্মবৰ্ণ

২.৪২.১০ যি ধ্বনিৰ উচ্চাৰণত হাওঁফাওঁৰ পৰা ওলাই অহা বায়ুৰ সোঁত বাগিন্দ্ৰিয়ৰ কোনো উচ্চাৰণ-স্থানত সম্পূৰ্ণ বন্ধ নহয়, কিন্তু নিৰ্গমন পথটো সঙ্কীৰ্ণ কৰি বায়ুপ্ৰবাহত ঘৰ্ষণৰ সৃষ্টি কৰা হয় সেইবোৰকে ঘৃষ্ট ধ্বনি বোলে। ঘৰ্ষণৰ হেতু বায়ুৰ সোঁতটো ঈষৎ উত্তপ্ত হয় কাৰণে প্ৰাচীন ভাৰতীয় ধ্বনিতত্ত্ববিদ সকলে এনে ধ্বনিবোৰক উষ্মধ্বনি নাম দিছে।

২.৪২.১১ অসমীয়া ভাষাত উষ্ম ধ্বনিৰে সৃষ্টি হোৱা বৰ্ণ চাৰিটা: স য ষ হ। ইইঁতৰ স য ৰ উচ্চাৰণ-স্থান দন্তমূল[১৪], ষ ৰ কোমল তালু আৰু হ ৰ কণ্ঠ। দন্তমূলীয় স অঘোষ, য সঘোষ। কোমল তালুত উচ্চাৰিত ষ অঘোষ আৰু কণ্ঠ্য হ সঘোষ।

২.৪২.১২ প্ৰস্ফোট বৰ্ণবোৰৰ দৰেই উষ্ম স য ষ এই বৰ্ণ কেইটাৰ উপধ্বনিবোৰৰ উচ্চাৰণত স্বৰবৰ্ণবোৰৰ প্ৰভাৱ মন কৰিব লগীয়া। প্ৰান্তীয় স্বৰৰ পূৰ্ব্ববৰ্ত্তী অথবা মধ্যবৰ্ত্তী অবস্থানত ইইঁতবো উচ্চাৰণ-স্থান কিছু আগবাঢ়ে আৰু মূলীয় স্বৰবোৰৰ ক্ষেত্ৰত কিছু পিচলৈ যায়।

হ বৰ্ণৰ উপধ্বনিবোৰৰ ওপৰত ই ভিন্ন অন্য স্বৰৰ প্ৰভাৱ পৰা দেখা নাযায়। ই স্বৰৰ পূৰ্ব্ববৰ্ত্তী অথবা মধ্যবৰ্ত্তী হ'লে হ ৰ উপধ্বনি ঈষৎ তালব্যী-ভূত হোৱা যেন লাগে।

২.৪২.১৩ উষ্মবৰ্ণৰ উপধ্বনিবোৰৰ স্বাভাৱিক মাত্ৰা প্ৰস্ফোট বা নিয়ত ধ্বনিতকৈ আপেক্ষিকভাবে ঈষৎ দীৰ্ঘ; অৰ্থাৎ অভিন্ন বা সদৃশ পৰিবেশত একাকী উষ্মবৰ্ণবোৰ একাকী প্ৰস্ফোট বৰ্ণতকৈ অলপ দীঘল কৈ উচ্চাৰিত হয়।

২.৪২.১৪ অনুনাসিকীভৱন উষ্ম বৰ্ণবোৰৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য। বিশেষকৈ অনুনাসিক স্বৰবৰ্ণৰ পূৰ্ব্ববৰ্ত্তী অবস্থানত স য ষ হ চাৰিওটাই অনুনাসিকীভূত হয়। এই ক্ষেত্ৰত হ বৰ্ণ অধিক বৈশিষ্ট্যপূৰ্ণ: অনুনাসিক

---

১৪. বৰ্ণবিজ্ঞানৰ ভাষাত বৰ্ণ উচ্চাৰিত হব নোৱাৰে; বৰ্ণৰ উপধ্বনি অথবা ধ্বনিহে উচ্চাৰিত হয়। গতিকে এই পুথিত কোনো বৰ্ণৰ উচ্চাৰণৰ কথা পালে সেই বৰ্ণৰ উপধ্বনিৰ উচ্চাৰণৰ কথাকে বুজিব লাগিব।

স্বৰৰ পৰৱৰ্তী অৱস্থানত ই সম্পূৰ্ণৰূপে অনুনাসিক হৈ পৰা দেখা যায়। অৰ্থাৎ পূৰ্ব্ববৰ্তী স্বৰৰ অনুনাসিকতাই ব্যৱধায়ক হ অক অনুনাসিক কৰি তাৰ পিচৰ স্বৰবৰ্ণটোলৈকে বিয়পি পৰে।

২.৪২.২০ স বৰ্ণ। ই এটা অঘোষ দন্তমূলীয় উষ্ম বৰ্ণ। ইয়াৰ উপধ্বনি-বোৰৰ উচ্চাৰণত যথেষ্ট পৰিমাণে ঘৰ্ষণৰ সৃষ্টি হয়। ইহঁতৰ উচ্চাৰণ-স্থানৰ পৰিসৰো যথেষ্ট বহল: দন্তমূলৰ আগভাগৰ পৰা মূৰ্দ্ধাৰ আগলৈকে বিস্তৃত। কোনো পৰিবেশত দন্তমূলীয়-তালব্য উচ্চাৰণো শুনা যায়।

স বৰ্ণৰ উপধ্বনিবোৰৰ উচ্চাৰণত তাৰতম্য দেখা যায়। ইহঁতৰ কেত-বোৰৰ উচ্চাৰণত জিভাখনৰ মাজৰখণ্ড তললৈ দোঁ খায়: দুয়ো কাষেৰে অৰ্থাৎ দুয়োখন জিহ্বাদলেৰে ওপৰৰ তালুৰ নামত দাঁতৰ ওচৰত স্পৰ্শ কৰি দোঁ খোৱা অংশেৰে বায়ুৰ সোঁতটো উলিয়াই দিয়া হয়। এনেদৰে উচ্চাৰিত উপধ্বনিবোৰক কুঞ্চিত ( Groove ) ধ্বনি বোলে।

কেতিয়াবা দুই জিহ্বাদলে দুয়োকাষে ওপৰত কোনাৰ দৰে দাঁতৰ ওপৰত তালুত স্পৰ্শ কৰে, জিভাৰ মাজখণ্ড বিস্তৃত হৈ তললৈ দোঁ নোখোৱাকৈ দন্তমূলৰ ওচৰত আনুভূমিক (horizontal) যেন হৈ থাকে। এনেদৰে বহিৰ্গামী বায়ুৰ সোঁতত ঘৰ্ষণৰ সৃষ্টি কৰি উচ্চাৰণ কৰা উপধ্বনিবোৰক সুষিৰ ( Slit ) ধ্বনি বোলে।

স বৰ্ণ সূচক আখৰ বহুত। 'চ', 'ছ', 'শ', 'ষ', 'স', এই সকলোবোৰ আখৰে স বৰ্ণৰ প্ৰতিনিধিত্ব কৰে। এইবোৰৰ একাকী অথবা অনেক সংযুক্ত ৰূপৰ পৰা স বৰ্ণ সূচিত হয় ( উপধ্বনিবোৰৰ আলোচনাত প্ৰসঙ্গক্ৰমে সেইবোৰ দেখুওৱা হৈছে )।

২.৪২.২১ তলত স বৰ্ণৰ উপধ্বনিবোৰৰ বিশদ আলোচনা দাঙি ধৰা হৈছে।

২.৪২.২১১ সুষিৰ অৰ্দ্ধদীৰ্ঘ [স]। ই এটা দন্তমূলীয় উষ্ম ধ্বনি, সুষিৰ আৰু অঘোষ। ই সুষিৰ আৰু অৰ্দ্ধদীৰ্ঘ।

শব্দৰ আদিতে আৰু পদান্তত যথাক্ৰমে ই এ' এ আ অ এই স্বৰ কেইটাৰ আগত অথবা পিচত থাকিলে সুষিৰ অৰ্দ্ধদীৰ্ঘ [স] উচ্চাৰিত হয়। 'ৰ'-কাৰ সংযুক্ত হ'লেও ইয়াৰ উচ্চাৰণ শুনা যায়।

ই এ' এ স্বৰৰ আগত নাইবা পিচত থাকিলে [স] ৰ উচ্চাৰণ-স্থান ঈষৎ আগলৈ যায়। যেনে,

| | |
|---|---|
| **সইন**, 'চিন'; | **সইনআকই**, 'চিনাকি'; |
| **সইতঅল**, 'চিতল'; | **সইতইকআ**, 'ছিটিকা'; |
| **সএ'নই**, 'চেনি'; | **সএ'দ**, 'ছেদ'; |
| **সএ'উনই**, 'ছেউনী'; | **সএপ**, 'চেপ'; |
| **সএনএহ**, 'চেনেহ', | **সএপএতআ**, 'চেপেটা'; |
| **সআহ**, 'চাহ'; | **সআগঅ'লই**, 'ছাগলী'; |
| **সআপঅৰ**, 'চাপৰ'; | **সআঁ**, 'ছাঁ'; |
| **সঅল**, 'চল'; | **সঅৰঅন**, 'চৰণ'; |
| **সঅতআক**, 'ছটাক'; | **সঅভআৱ**, 'স্বভাৱ'; |
| **সঅৰ**, 'স্বৰ' বা 'চৰ'; | **সআদ**, 'স্বাদ'; |
| **সঅসআন**, 'শ্মশান', | **সৰই**, 'শ্ৰী'; |
| **সৰইযঅনই**, 'সৃজনী', | **সৰইঙখঅলআ**, 'শৃঙ্খলা'; |
| **সৰএ'নই**, 'শ্ৰেণী'; | **সৰএ'ইঅ**, 'শ্ৰেয়'; |
| **সৰঅযঅন**, 'স্ৰজন'; | **সৰঅম**, 'শ্ৰম'; |
| **বইসৰই**, 'বিশ্ৰী'; | **বইসৰআম**, 'বিশ্ৰাম'; |
| **অযঅসৰঅ**, 'অজস্ৰ'; | **খউসৰউখআ**, 'শুশ্ৰূষা'; |
| **নইস**, 'নীচ'; | **হঅ'বইস**, 'হবিস'; |
| **ৱৰইতইস**, 'বৃটীছ' (ইং); | **খইস**, 'শিষ' অৰ্থাৎ 'শিস্' বা 'সিচ'; |
| **ৰএ'স**, 'ৰেছ !'; | **ৰএস**, 'বেচ'; |
| **থএকএস**, 'থেকেচ'; | **খঅৰঅস**, 'খৰচ'; |
| **কঅৰঅস**, 'কৰচ'; | **ওপঅস**, 'ওপচ'; |
| **মআস**, 'মাছ'; | **গইলআস**, 'গিলাচ' (ইং); ইত্যাদি। |

২.৪২.২১২ **কুঞ্চিত অৰ্দ্ধশীৰ্ষ** [স]। দন্তমূলীয় অঘোষ উষ্মধ্বনি; কুঞ্চিত আৰু স্থিৰ।

শব্দৰ আদিতে অ' ও উ স্বৰৰ আগত, পদান্তত ও উ ৰ পিচত আৰু ৰ বৰ্ণৰ লগত সংযুক্ত হ'লে ই উচ্চাৰিত হয়। অ' স্বৰৰ পিচত পদান্তত স থকা শব্দ পোৱা নাযায় (অন্ততঃ এতিয়ালৈকে এই লিখকৰ দ্বাৰা সংগৃহীত হোৱা নাই)।

ওপৰৰ ছেদত আলোচনা কৰা সুঘিৰ [ স ] ধ্বনিৰ দৰেই ইয়াকো এবেবোৰ আখৰেৰে লিখা হয়। যেনে,

**সঅ'ৰইতৰঅ**, 'চৰিত্ৰ' ; **সঅ'ৰই**, 'ছবি' ;
**সঅ'মউ**, 'চমূ' ; **সওকআ**, 'চোকা' ;
**সওআলই**, 'ছোৱালী' ; **সউন**, 'চূণ' ;
**সউপঅ'হই**, 'চুপহি' ; **সউৰই**, 'ছুৰী' ;
**কওস**, 'কোচ' ; **পওস**, 'পোছ' ;
**হউস**, 'হুস' বা 'হুচ্' ; **অ'ৰঅ'উস**, 'অশৌচ' ;
**সৰআমই**, 'স্বামী' ; **সৰঅৰ**, 'স্বৰ' ;
**সৰআস**, 'শ্বাস' ; **গওসৰআমই**, 'গোস্বামী' ;
**সওলওক**, 'শোলোক' অৰ্থাৎ 'শ্লোক' ; ইত্যাদি।

সংযুক্ত **সৰ** থকা শব্দবোৰ সৰ্ব্বসাধাৰণৰ উচ্চাৰণত কুঞ্চিত বা সুঘিৰ উষ্ম [ স ] ধ্বনিৰ দৰেই শুনা যায় ( চাওক, ছেদ ২.৪২.২১১ )। সংস্কৃত জনা বা শিক্ষিত লোকৰ সচেষ্ট উচ্চাৰণতহে সংযুক্ত **সৰ** ৰ উচ্চাৰণ পোৱা যায়।

২.৪২.২১৩ **তালব্যীভূত অৰ্দ্ধদীৰ্ঘ** [ স ]। ই এটা দন্তমূলৰ আগ ভাগত উচ্চাৰিত অঘোষ অৰ্দ্ধদীৰ্ঘ আৰু সুঘিৰ উষ্ম ধ্বনি। 'য'-কাৰ সংযুক্ত হ'লে ই তালব্যীভূত হয় অৰ্থাৎ জিভাৰ আগভাগ কঠিন তালুৰ ওচৰলৈ দাং পায় ; ফলত কঠিন তালু আৰু দন্তমূল উভয়তে বায়ুপ্ৰবাহত ঘৰ্ষণ হয়। শব্দৰ আদিতে ই সুথিৰ আৰু মাজত আপেক্ষিক ভাবে শিথিল।

'চ্য' 'শ্য' 'ষ্য' আৰু 'স্য' আখৰেৰে এই সংযুক্ত ব্যঞ্জন লিখা হয়।

এনে সংযুক্ত ব্যঞ্জন কেৱল সংস্কৃত তৎসম শব্দতহে শুনা যায়। সংস্কৃতজ্ঞ পণ্ডিত আৰু শিক্ষিত সম্প্ৰদায়ৰ সচেষ্ট উচ্চাৰণত কেতিয়াবা তালব্যীভূত [ স ] বিকল্পে সম্পূৰ্ণৰূপে তালব্য [ শ = $\acute{S}$ ] হৈ পৰে। কিন্তু সৰ্ব্বসাধাৰণৰ মুখত 'চ্য' 'শ্য', 'ষ্য' 'স্য' ৰ 'য'-কাৰ উচ্চাৰণ নহয়। শব্দৰ আদিতে ইহঁত সচৰাচৰ দন্তমূলীয় আৰু কম্পিত তালব্যীভূত [ স ] আৰু মাজত দ্বিত্ব [ সস ] ৰূপেহে উচ্চাৰিত হয়। যেনে,

**সৰআম**, 'শ্যাম' ; **সয়অৰতঅ**, 'স্মৰ্ত' ;
**সৰউতঅ**, 'চ্যুত' ; **সৰউতই**, 'চ্যুতি' ;
**অসয়উত**, 'অচ্যুত' ; **ভঅ'বইসয়অত**, 'ভবিষ্যৎ' ;

শঅসয়অ, 'শস্য' ; শইসয়অ, 'শিষ্য' ;
উপআসয়অ, 'উপাস্য' ; বঅ'সয়অ, 'বশ্য' ;
বঅ'ইসয়অ, 'বৈশ্য' ; বইসয়উতই, 'বিচ্যুতি' ;
অবঅ'সয়এ', 'অবশ্যে' ; ইত্যাদি।

২.৪২.২১৪ **স্বাভাবিক মাত্ৰাযুক্ত** [ স ]। দন্তমূলীয় অঘোষ উষ্মধ্বনি। তলৰ পৰিবেশসমূহত ইয়াৰ উচ্চাৰণ পোৱা যায় :

(ক) শব্দৰ আদিতে অথবা মাজত 'য'-কাৰ আৰু 'ৰ'-কাৰ ভিন্ন অন্য ব্যঞ্জনৰ পূৰ্ব্ববৰ্ত্তী সংযুক্ত ধ্বনিৰূপে ;

(খ) শব্দৰ মাজত পূৰ্ব্ববৰ্ত্তী ত ভিন্ন আন বৰ্ণৰ লগত ( সংযুক্ত 'ৰেফ' অকো ধৰি ) সংযুক্ত দ্বিতীয় ধ্বনি ৰূপে[১৫] , আৰু,

(গ) আন্তঃস্বৰ অৱস্থানত।

ই এ' এ আ অ স্বৰৰ পূৰ্ব্ববৰ্ত্তী [স] সুথিৰ আৰু অ' ও উ স্বৰৰ পূৰ্ব্ববৰ্ত্তী [ স ] কুঞ্চিত ; শব্দৰ আদিতে ঈষৎ সুথিৰ ; অন্য অৱস্থানত শিথিল। যেনে,

(ক) সতঅমতঅ, 'স্তম্ভ' ; সথআন, 'স্থান' ;
সথইৰ, 'স্থিৰ' ; সপঅৰসঅ, 'স্পৰ্শ' ,
সপৰইঙ, 'স্প্রিং' ( ইং ) ; সকঅনধঅ, 'স্কন্ধ' ;
অসতঅম, 'অষ্টম' ; সঅসতআ, 'সস্তা' ;
আসথআ, 'আস্থা' , বইসথআ, 'বিষ্ঠা' ;
দউসতঅ, 'দুষ্ট' ; পউসপঅ, 'পুষ্প' ,
বইসকওবঅন, 'বিক্ষোৱণ' ; বইসমঅএ', 'বিস্ময়' ;
সঅ'হইসনউ, 'সহিষ্ণু' ; উসমঅ, 'উষ্ম' ;
বইসলএ'সঅন, 'বিশ্লেষণ' ; ইত্যাদি।

(খ) আৰসই, 'আৰ্চি' ; পআৰসই, 'পাৰ্চী' ;
কউৰসআ, 'কুৰ্চা' ; কউৰসউত, 'কুৰ্চুৎ' ;
মউৰসআ, 'মূৰ্চ্ছা' ; অপসঅৰআ, 'অপ্সৰা' ;
লইপসআ, 'লিপ্সা' ; কআনসঅন, 'কাঞ্চন' ;
বআনসআ, 'বাঞ্ছা' ; আনসঅ'লইক, 'আঞ্চলিক' ;
ইত্যাদি।

১৫. 'ৰেফ'-সংযুক্ত 'ৰ্শ', 'ৰ্ষ' ৰ উচ্চাৰণ অসমীয়া ভাষাত [ ৰখ ] অথে হয়, [ ৰস ] নহয়। অসমীয়া সংযুক্ত [ ৰস ] ধ্বনি 'ৰ্চ', 'ৰ্ছ' আৰু 'ৰ্জ' বে লিখা হয়।

(গ) **মইসইবই**, 'মিছিৰি' ; **মইসইঙ**, 'মিছিং' ,
**বএ'সই**, 'বেছি' বা 'বেচি' ; **বএ'সএ'বই**, 'বেচেৰী' ;
**বএসএবআ**, 'বেচেৰা' ; **পআসএ'**, 'পাচে' ;
**আসআৰ**, 'আচাৰ' ; **ৰআঁসআ**, 'সঁচা' ;
**বঅসঅন**, 'বচন' ; **পঅসঅনদঅ**, 'পছন্দ' ;
**মআসএবএ'**, 'মাছেৰে' ; **আসঅ'বইত**, 'আচৰিত' ;
**আঁসওৰ**, 'আঁচোৰ' ; **ওসঅৰ**, 'ওচৰ' ;
**মওসওকআ**, 'মোচোকা' ; **কউসউনই**, 'কুচুনী' ;
**উসউপই**, 'উচুপি' ; **কঅ'সউ**, 'কচু' ;
**কআসউতই**, 'কাছুটি' ; **খউসউবআ**, 'খুচুৰা' ;
**ঘঅ'বঅ'সইআ**, 'ঘৰচীয়া' ; ইত্যাদি।

২.৪২.২১৫ [ **সস** ] ও স্বাভাৱিক মাত্ৰাযুক্ত [ **স** ] ধ্বনিৰে দ্বিত্ব ৰূপ মাথোন।

লিখিত 'শ্ব', 'স্ব', 'শ্চ', 'চ্চ', আৰু 'চ্ছ' ৰ সাধাৰণ উচ্চাৰণ [ **সস** ]। যেনে,

**বইসসঅ**, 'বিশ্ব' ; **ইসসঅৰ**, 'ঈশ্বৰ' ;
**অসসঅ**, 'অশ্ব' ; **পআৰসসঅ**, 'পাৰ্শ্ব' ;
**অসসআভআবইক**, 'অস্বাভাৱিক' ; **নইসসঅএ'**, 'নিশ্চয়' ;
**কঅসসইত**, 'কশ্চিৎ' ; **উসসঅ**, 'উচ্চ' ;
**সঅৰসসআ**, 'চৰ্চ্চা' ; **অৰসসঅনআ**, 'অৰ্চ্চনা' ;
**ইসসআ**, 'ইচ্ছা' ; **উসসআস**, 'উচ্ছ্বাস' ; ইত্যাদি।

'শ্ব', 'স্ব', 'শ্চ', 'স্ত', 'স্থ' আৰু 'চ্ছ' ৰ সাধাৰণ উচ্চাৰণ স্বাভাৱিক মাত্ৰাযুক্ত [ **স** ] অৰ দৰেও শুনা যায়। যেনে,

**ইসঅৰ**, 'ঈশ্বৰ' ; **অ'ইসঅ'বইক**, 'ঐশ্বৰিক' ;
**বঅৰঅসঅ'তই**, 'সৰ্বৱতী' , **অসআভআবইক**, 'অস্বাভাৱিক' ,
**নইসঅএ'**, 'নিশ্চয়' ; **বঅ'ইসঅতআ**, 'বশ্যতা' ;
**ভঅ'বইসঅতএ'**, 'ভবিষ্যতে' ; **ইসআ**, 'ইচ্ছা' ; ইত্যাদি।

২.৪২.২১৬ পূৰ্ব্ববৰ্তী ত সংযুক্ত দন্তমূলীয় অঘোষ উষ্ম [ **স** ] বিকল্পে তালব্যীকৃত হয়। কোনো কোনো সংস্কৃতজ্ঞ পণ্ডিত লোকৰ উচ্চাৰণত,

বিশেষকৈ ইব পূৰ্ব্ববৰ্ত্তী অবস্থানত তালব্যীকৃত [ স ] বিকল্পে সম্পূৰ্ণ তালব্য [ শ্ব ] ৰূপে উচ্চাৰিত হয় ; ফলত সংযুক্ত সময় [ তশ্ব ] সংস্কৃতৰ দন্তমূলীয়-তালব্য স্পৃষ্ট 'ছ' অব দৰে শুনা যায়।

তস = [ তস ]~[ তশ্ব ] স্পৃষ্ট ধ্বনি 'চ্চ', 'চ্ছ', 'ন্ড', 'ৎস' 'ৎচ' আখৰেৰে লিখা হয়। যেনে,

উতসঅতআ, 'উচ্চতা' ; উতসঅ, 'উচ্চ' ;
সইকইতসআ, 'চিকিৎসা' ; কউতসইত, 'কুৎচিত' ;
উতসউক, 'উৎসুক' , ইতসআ, 'ইচ্ছা' ; ইত্যাদি।

২.৪২.২১৭ ওপৰৰ ছেদত আলোচিত [ তস~তশ্ব ] 'ৰেফ' সংযুক্ত (অৰ্থাৎ ৰতস = [ ৰতস~ৰতশ্ব ]) হ'লে বিকল্পে [ সস ] (অৰ্থাৎ [ ৰসস ]) অথবা [ স ] (অৰ্থাৎ [ ৰস ]) উচ্চাৰিত হোৱা শুনা যায়। অৰ্থাৎ, ৰতস = [ ৰতস~ৰতশ্ব~ৰসস~ৰস ] হয়।

বৰ্ণ লিপিত এই চাৰিওটা বিকল্প মাথোন ৰতস অথবা ৰসস লিখা হয়। যেনে,

সঅৰতসআ~সঅৰতশ্বআ~সঅৰসসআ~সঅৰসআ, 'চৰ্চা' ;
অৰতসঅনআ~অৰতশ্বঅনআ~অৰসসঅনআ~অৰসঅনআ,
'অৰ্চনা' ;
সঅৰতসইতঅ~সঅৰতশ্বইতঅ~সঅৰসসইতঅ~সঅৰসইতঅ,
'চৰ্চিত' ; ইত্যাদি।

বৰ্ণলিপিত এই শব্দ তিনিটা যথাক্রমে, সঅৰতসআ~সঅৰসসআ, অৰতসঅনআ~অৰসসঅনআ আৰু সঅৰতসইতঅ~সঅৰসসইতঅ।

বৰ্ণলিপিত ওপৰৰ ধ্বনিলিপিৰ [ৰতস~ৰতশ্ব] অৰ ৰতস আৰু [ৰসস~ৰস ] অৰ ৰসস লিখা হৈছে। ইইঁতৰ [ তস~তশ্ব ] পৰিবেশ জনিত বিকল্প (চাওক, ছেদ ২.৪২.২১৬) ; কিন্তু [ ৰসস~ৰস ] অৰ বিকল্প এক পক্ষীয় ; অৰ্থাৎ [ ৰসস ] অৰ [ৰস] বিকল্প হ'ব পাৰে, কিন্তু [ৰস] অৰ বিকল্প [ ৰসস ] নহয়। [ ৰসস ] আৰু [ ৰস ] অৰ মাজত বিৰোধো পোৱা যায়। বৰ্ণগত ৰসস = [ ৰসস ] কেতিয়াবা বিকল্পে [ ৰস ] হয় ; কিন্তু ৰস = [ ৰস ] কেতিয়াও বিকল্পে [ ৰসস ] অথবা [ ৰতস ] অথবা [ ৰতশ্ব ] নহয়।

উদাহৰণ স্বৰূপে ওপৰত আলোচিত (ছেদ ২.৪২.১১৪ (খ)) 'আৰ্চি'=[**আবসই**]=**আবসই** কেতিয়াও বিকল্পে [**আবতসই**] অথবা [**আবসসই**] নহয়, সেইদৰে, 'পাৰ্চী'=[**পআবসই**]=**পআবসই** কেতিয়াও [**পআবতসই**] অথবা [**পআবসসই**] উচ্চাৰিত নহয়।

ওপৰৰ ছেদত সংস্কৃত ভাষাৰ 'স্ব' বৰ্গ আৰু 'স্থ', 'স্' আৰু 'স্ন' বৰ্ণ কেইটাৰ একাকী আৰু সংযুক্ত ৰূপৰ অসমীয়া ভাষাত উচ্চাৰণ হোৱা বানানৰ বিকল্প দেখুওৱা হল। এই সকলোবোৰ বিকল্প একেটা উপভাষাতে পোৱা নাযায়। বিভিন্ন উপভাষাত বিভিন্ন ধৰণে এইবোৰৰ উচ্চাৰণ হোৱা হেতুকে কেতিয়াবা একেজন মানুহৰ মুখত পৰিস্থিতি ভেদে অথবা কথনভঙ্গী ভেদে একাধিক বিকল্পৰ উচ্চাৰণ হোৱা শুনা যায়।

২.৪২.৩০ **য বৰ্ণ**। ই এটা সঘোষ দন্তমূলীয় উষ্ম বৰ্ণ। ইয়াক ওপৰত আলোচিত **স** বৰ্ণৰ সঘোষ প্ৰতিৰূপ বুলিব পাৰি। অৱশ্যে ইয়াৰ উপধ্বনি-বোৰৰ উচ্চাৰণ-স্থানৰ বিস্তৃতি **স** অৰ বোৰতকৈ ঈষৎ আগবঢ়া।

যও সুবিৰ আৰু কুঞ্চিত—এই দুই ধৰণে উচ্চাৰিত হয়। **ই এ' এ আ অ** ৰ আগত থাকিলে সুবিৰ আৰু **অ'** ও **উ** ৰ আগত থাকিলে ঈষৎ কুঞ্চিত হয়।

এই বৰ্ণক 'জ', 'য', 'ঝ' আৰু 'হ্য' আখৰেৰে লিখা হয়।

২.৪২.৩১ য বৰ্ণৰ উপধ্বনি ।

২.৪২.৩১১ **ঈষৎ অন্ত্যাদগীৰ্ণ** [য]। শব্দৰ আদিতে থকা বৰ্ণৰ আগত থকা [য] ঈষৎ আন্ত্যাদগীৰ্ণ হয় অৰ্থাৎ প্ৰবাহ সঘোষ উষ্মধ্বনিটোৰ উচ্চাৰণ হোৱাৰ পুৰ্ব্বে কণ্ঠ ৰোধ হোৱা যেন লাগে। ই এটা সুবিৰ ধ্বনি; **ই** ৰ আগত অলপ তালব্যীকৃত হয়। যেনে,

| | |
|---|---|
| **যইবঅন**, 'জীৱন', | **যইবৰঅ**, 'জীৰ্ণ'; |
| **যই**, 'ঘি'; | **যইআবই**, 'জীয়াৰী'; |
| **যইবঅনই**, 'জিৰণি'; | **যএ'থই**, 'জেঠী'; |
| **যএ'তউকআ**, 'জেতুকা'; | **যএবএঙআ**, 'জেবেঙা'; |
| **যএ'তইআ**, 'যেতিয়া'; | **যআদঅব**, 'যাদব'; |
| **যআহআয**, 'জাহাজ'; | **যআব**, 'জাৰ' বা 'যাৰ'; |
| **যআবই**, 'ঝাৰী'; | **যঅখঅলআ**, 'জখলা'; |

**যঅবঅনআ**, 'যবণা' ; **যঅবঅন**, 'যবন' ;
**যঅ'তউআ**, 'জতুৱা' , **যঅ'উবঅন**, 'যৌবন' ;
**যওধ**, 'যোধ' ; **যওগআলই**, 'যোগালি' ;
**যউকতই**, 'যুক্তি' ; **যউবঅ'তই**, 'যুবতী' ;
**যউপউবই**, 'জুপুবি' ; ইত্যাদি।

২.৪২.৩১২ **অৰ্দ্ধদীৰ্ঘ** [ য ]। 'ব'-কাৰ সংযুক্ত হ'লে অৰ্দ্ধদীৰ্ঘ দন্তমূলীয় সঘোষ উষ্ম ধ্বনি শুনা যায়। ই মুখিৰ আৰু আপেক্ষিক ভাবে স্থিৰ ; যেনে,

**বঅযবঅ**, 'বজ্ৰ' ;
**ইযবআএ'ল**, 'ইজৰাইল' ; ইত্যাদি।

২.৪২.৩১৩ **পদান্ত অৰ্দ্ধদীৰ্ঘ** [ য ]। পদান্ত [ য ] ঈষৎ দীৰ্ঘ আৰু শিথিল ; ইয়াৰ শেহাংশ অঘোষ হৈ অন্ত পৰে। ই মূলীয় অ' ও উ স্বৰৰ পিচত থাকিলে ঈষৎ কুঞ্চিত আৰু বাকীবোৰ স্বৰ অথবা ম অৰ পিচত হ'লে মুখিৰ হৈ উচ্চাৰিত হয় ; যেনে,

**কআমইয**, 'কামিজ' ; **বইয**, 'বীজ' ;
**আখএ'য**, 'আখেজ' ; **মএয**, 'মেজ' ;
**বএয**, 'বেজ' ; **লআয**, 'লাজ' ;
**যআহআয**, 'জাহাজ' ; **নইমঅয**, 'নিমজ' ;
**অমঅয**, 'অসজ' ; **ভওয**, 'ভোজ' ;
**যউঁয**, 'যুঁজ' ; **অ'বউয**, 'অবুজ' ;
**মউবউয**, 'সুকয' ; **আবয**, 'আৰ্জ' ; ইত্যাদি।

২.৪২.৩১৪ **শিথিল** [ য ]। আন্তঃস্বৰ অৱস্থানত [ য ] অৰ উচ্চাৰণ শিথিল ; ব ন অৰ পিচ'ত সংযুক্ত হ'লেও ই শিথিল আৰু মুখিৰ হয়। যেনে,

**নইযইলইকএ'**, 'নিজিলিকে' ; **সইযইল**, 'চিজিল' ;
**আযই**, 'আজি' ; **বইযউলই**, 'বিজুলী' ;
**মএ'যই**, 'মেজি' ; **বএযএবআ**, 'বেজেৰা' ,
**ভআযঅনই**, 'ভাজনী' ; **আযআনউ**, 'আজানু' ;
**অযঅলআ**, 'অজলা' ; **বইযঅল**, 'বীজল' ;
**বঅযআব**, 'বজাৰ' ; **আযঅ'বই**, 'আজৰি' ;

| | |
|---|---|
| **এ্ৰযওৰ**, 'এজোৰ'; | **আঁযওৰ**, 'আঁজোৰ'; |
| **যওযআ**, 'যোজা'; | **ওযঅন**, 'ওজন'; |
| **মউযউৰআ**, 'মুজুৰা'; | **উযইৰ**, 'উজীৰ'; |
| **অ'যউত**, 'অযুত'; | **নইযউত**, 'নিযুত'; |
| **অবযঅ**, 'অব্জ'; | **কউবযঅ**, 'কুব্জ'; |
| **আমযআ**, 'আজ্ঞা'; | **কউনযঅ**, 'কুঞ্জ'; |
| **ভঅনযঅন**, 'ভঞ্জন'; ইত্যাদি। | |

২·৪২.৩১৫ **তালব্যীভূত স্পৃষ্ট** [ য ]। কেৱল 'য'-কাৰ সংযুক্ত হ'লে [য] অৰ উচ্চাৰণ স্পৃষ্ট হয়; অৰ্থাৎ দন্তমূলীয় সঘোষ স্পৰ্শ [ দ ] উচ্চাৰিত হোৱাৰ পিচতে কঠিন তালুত সঘোষ উষ্ম [ য্য ] উচ্চাৰিত হৈ ধ্বনি সমষ্টিটো স্পৃষ্ট কৰি তোলে। এই স্পৃষ্ট [ দয্য ] অৰ উচ্চাৰণ সংস্কৃতৰ 'জ' অৰ দৰে; সংস্কৃতজ্ঞ লোকৰ সচেষ্ট উচ্চাৰণত ইয়াক শুনা যায়।

এই দন্তমূলীয়-তালব্য স্পৃষ্ট ধ্বনিটো বিকল্পে দন্তমূলীয় তালব্যীভূত স্পৃষ্ট ৰূপেও উচ্চাৰিত হয়। এনে উচ্চাৰণত স্পৰ্শ আৰু ঘৃষ্ট দুয়োটা ধ্বনিয়েই দন্তমূলত উচ্চাৰিত হয়; মাথোন ঘৃষ্ট ধ্বনিটোৰ উচ্চাৰণৰ সময়ত জিহ্বাপ্ৰান্ত সামান্য ভাবে কঠিন তালুৰ ফাললৈ দাং খায়।

শব্দৰ আদিতে এই স্পৃষ্ট ধ্বনিৰ নিয়তাংশ নিচেই চুটী আৰু আপেক্ষিক ভাবে বেছি সুপিৰ হয়।

'জ', 'জ্য' আৰু 'হ্য' যে উক্ত স্পৃষ্ট ধ্বনিটো লিখা হয়। যেনে,

| | |
|---|---|
| **যয়ওতই**, 'জ্যোতি'; | **যয়ওতসনআ**, 'জ্যোৎস্না'; |
| **যয়এ'সথঅ**, 'জ্যেষ্ঠ'; | **যয়আ**, 'জ্যা'; |
| **যয়আমইতই**, 'জ্যামিতি'; | **পউযয়অ**, 'পূজ্য'; |
| **সঅযয়অ**, 'সহ্য'; | **উযয়অ**, 'উহ্য'; |
| **সঅযয়আ**, 'শয্যা'; | **ইযয়অত**, 'ইজ্যৎ'; ইত্যাদি। |

২.৪২.৩১৬ সংস্কৃতজ্ঞ পণ্ডিতৰ সচেষ্ট উচ্চাৰণত শব্দৰ আদিতে আৰু আভ্যন্তৰ অৱস্থানতো সঘোষ দন্তমূলীয় উষ্ম [ য ] ধ্বনিৰ বিকল্প ৰূপে স্পৃষ্ট দন্তমূলীয়-তালব্য [ দয্য ] উচ্চাৰিত হোৱা শুনা যায়।

সংস্কৃত তৎসম শব্দত মাথোন এই বিকল্প পৰিলক্ষিত হয়, অসমীয়া তদ্ভৱ শব্দত নহয়। যেনে,

**দয্যঅ'দই~যঅ'দই**, 'যদি' ;

**দয্যঅব~যঅব**, 'জব' ;

**দয্যঅনমঅ~যঅনমঅ**, 'জন্ম' ;

**আদয্যআনউ~আযআনউ**, 'আজানু' ; ইত্যাদি।

২.৪২.৩১৭ **অৰ্দ্ধদীৰ্ঘ স্পৃষ্ট [ য ]**। শব্দৰ মাজত আন্তঃস্বৰ অৱস্থানত নাইবা 'ৰেফ' সংযুক্ত হ'লে অৰ্দ্ধদীৰ্ঘ স্পৃষ্ট [ দয~দয্য ] ধ্বনিৰ সৃষ্টি হয়। এই ধ্বনিৰ নিৰুদ্ধাংশ অৰ্থাৎ [ দ ] দন্তমূলত উচ্চাৰিত হয়; ইয়াৰ নিৰুদ্ধাৱস্থা অৰ্দ্ধদীৰ্ঘ আৰু সুস্থিৰ। তাৰ পিচতে তত্তালিকে ঘৃষ্ট সঘোষ উষ্ম ধ্বনি [ য ] দন্তমূলত উচ্চাৰিত হৈ ধ্বনি সমষ্টি স্পৃষ্ট কৰি তোলে। উষ্মাংশ অৰ্থাৎ [ য ] বিকল্পে তালব্যীকৃত নাইবা সম্পূৰ্ণ তালব্য হৈও কোনো কোনো লোকৰ মুখত উচ্চাৰণ হয়।

কেতিয়াবা 'ৰেফ' সংযুক্ত হ'লে স্পৃষ্ট ধ্বনিটোৰ নিৰুদ্ধাংশৰ, অৰ্থাৎ [ দ ], স্বাভাবিক মাত্ৰাযুক্ত আৰু নিচেই শিথিল হৈও উচ্চাৰণ হয়। এনে উচ্চাৰণত পৰৱৰ্ত্তী ঘৃষ্টাংশ সদায় দন্তমূলীয় হয়, তালব্যীকৃত বা তালব্য নহয়। সৰ্ব্বসাধাৰণৰ মুখত কেতিয়াবা নিৰুদ্ধাংশৰ উচ্চাৰণেই নহয়, মাথোন শিথিল [ য ] হে শুনা যায়।

'দ্‌জ', 'জ্জ', 'জ্জ্ব', 'ৰ্জ', আৰু 'ৰ্য্য' আখৰেৰে এই স্পৃষ্ট ধ্বনিটো লিখা হয়।

বৰ্ণলিপিত এই অৰ্দ্ধদীৰ্ঘ স্পৃষ্ট [ দয ] ধ্বনিটোক দয অৰ্থাৎ দ য বৰ্ণৰ মিশ্ৰ ৰূপ বুলি বিশ্লেষণ কৰা হৈছে। ইয়াৰ এনে বিশ্লেষণে ভাষাটোৰ গঠন চানেকিৰ মিল ৰক্ষা কৰাত সহায় কৰিব। যেনে,

[ **উদযজল** ], **উদযযঅল**, 'উজ্জ্বল' ;

[ **প্ৰদযজযঅ'লইতঅ** ], **পৰদযযযঅ'লইতঅ**, 'প্ৰজ্বলিত' ;

[ **যদযযযঅন** ], **যদযযযঅন**, 'সজ্জন' বা 'সয্‌জন' ;

[ **মদযযযআ** ], **মদযযযআ**, 'মজ্জা' ;

[ **বইদযযঅ** ], **বইদযযঅ**, 'বীৰ্য' ;

[ **আদযযঅ** ], **আদযযঅ**, 'আৰ্য' ;

[ **অ'দযযউন** ], **অ'দযযউন**, 'অৰ্জুন' ;

[ **মআবৰ্দ্দৱইতঅ** ], **মআবৰ্দ্দৱইতঅ**, মাৰ্জ্জিত' ;

[ **বঅবৰ্দ্দৱঅন** ], **বঅবৰ্দ্দৱঅন**, 'বৰ্জ্জন' ; ইত্যাদি।

২.৪২.৩১৮ স্পৃষ্ট [ **তস** ] অৰ দৰেই [ **দৰ** ] অৰো নানান বিকল্প উচ্চাৰণ শুনা যায়। সৰ্ব্বসাধাৰণৰ উচ্চাৰণত অৱশ্যে ইয়াৰ নিয়তাংশ প্ৰায়েই শুনা নাযায় ; অৰ্থাৎ স্পৃষ্ট বা উষ্ম ধ্বনিৰহে উচ্চাৰণ হয়। পৰিবেশ ভেদে এই উষ্মধ্বনিটোও আকৌ অৰ্দ্ধদীৰ্ঘ অথবা সম্পূৰ্ণ দীৰ্ঘ হৈ পৰে। সম্পূৰ্ণ দীৰ্ঘ হ'লে ধ্বনিটোৰ বৰ্ণগত ৰূপ দ্বিত্ব বুলি গ্ৰহণ কৰিব পাৰি।

অসমীয়া ভাষাৰ এই স্পৃষ্ট ধ্বনি দুটাক একাকী স্পৃষ্ট বৰ্ণ বুলি গ্ৰহণ কৰা হোৱা নাই। তাৰ কাৰণ কেইবাটাও। প্ৰধানতঃ, ইইতৰ প্ৰয়োগ তেনেই সীমাবদ্ধ ; শব্দৰ আদিতে আৰু মাজত সংযুক্ত অৱস্থানত মাথোন পোৱা যায়। তদুপৰি সংস্কৃতজ্ঞ পণ্ডিতলোকৰ সচেষ্ট উচ্চাৰণতহে ইইতক পোৱা যায়। আৰু ইইতৰ অন্যত বিকল্প ৰূপ সম্পূৰ্ণ উষ্ম ধ্বনিহে, স্পৃষ্ট ধ্বনি নহয়।

স্পৃষ্ট ধ্বনি দুটাক সুকীয়াকৈ একাকী বৰ্ণৰ মৰ্যাদা দিলে অসমীয়া ব্যঞ্জন বৰ্ণমালাত বৰ্ণৰ সংখ্যা দুটা বৃদ্ধি পাব। সংখ্যা বৃদ্ধি পোৱাৰ ভয়ত ধ্বনিক বৰ্ণ বুলি স্বীকাৰ নকৰাটো অৱশ্যেই দুৰ্বল যুক্তি। ধ্বনিৰ মাজত প্ৰয়োগৰ স্পষ্ট বিৰোধ ঘটিলে বৰ্ণ বুলি গ্ৰহণ কৰাটো বৰ্ণবিজ্ঞানৰ মূল নীতি। কিন্তু অসমীয়া ভাষাত [ স ] আৰু [ **তস~তস্স** ] ৰ মাজত, নাইবা [ ৰ ] আৰু [**দৰ~দৰ্য্য**] অৰ মাজত ক'তো প্ৰয়োগৰ বিৰোধ দেখা নাযায়। য'ত আপাত-দৃষ্টিত বিৰোধ যেন দেখা গৈছে ( বিশেষকৈ শব্দৰ আদিতে আৰু মাজত ) সেইবোৰো অন্যত বিকল্পহে। এনে বিকল্পৰ কাৰণ ব্যক্তি বিশেষৰ কথন ভঙ্গী নাইবা উপভাষাৰ প্ৰয়োগ।

একাকী বৰ্ণ বুলি গ্ৰহণ নকৰি [ **তস** ] অক তস আৰু [ **দৰ** ] অক দৰ সংযুক্ত বৰ্ণ বুলিও ব্যাখ্যা কৰিবৰ থল নোহোৱা নহয়। অসমীয়া ভাষাত অনেক সংযুক্তবৰ্ণ পোৱা যায় ( পৰবৰ্ত্তী ২.৫০ ছেদ চাওক )। দুটা বা ততোধিক ব্যঞ্জনৰ সংযুক্ত ৰূপ দৈনন্দিন ব্যৱহৃত শব্দমালাত ভাসমান আছে। এই সংযুক্ত ব্যঞ্জনবোৰৰ লগতে তস আৰু দৰ গ্ৰহণ কৰিলে অসমীয়া সংযুক্ত ব্যঞ্জন বৰ্ণমালাৰ গঠন বা ৰূপ চানেকি ভঙ্গ হৈ পাৰে ; অৰ্থাৎ ইইত দুটাৰ দ্বাৰা একে প্ৰকৃতিৰ আৰু একে প্ৰয়োগৰ আন সংযুক্ত ব্যঞ্জন পোৱা নাযায়। তদুপৰি [ **দৰ** ] অক দৰ বুলি গ্ৰহণ কৰিলে ৰ বৰ্ণৰ দ্বিত্ব ৰূপ অৰ্থাৎ ৰৰ লোপ পাব।

এই ষৰ অৰ বিলোপে ভাষাটোৰ এটা সুনির্দিষ্ট ৰূপ চানেকিত ব্যাঘাত ঘটায়।

ভাষাৰ বর্ণবিশ্লেষণত ৰূপচানেকিলৈ লক্ষ্য ৰখা উচিত। পাৰ্য্যমানে এনে ৰূপ চানেকি ৰক্ষা কৰিহে বর্ণবিশ্লেষণ কৰা ভাল।

২.৪২.৪০ ষ বর্ণ।

ই এটা পশ্চ-তালব্য অঘোষ উষ্মবর্ণ। ইয়াৰ উপধ্বনিবোৰৰ উচ্চাৰণত বৰ বেছি পৰিমাণে ঘৰ্ষণ নহয়। পশ্চ-তালব্য প্রস্ফোট বর্ণবোৰৰ দৰেই ইয়াৰ ওপৰতো পৰবৰ্ত্তী স্বৰবর্ণৰ প্রভাব যথেষ্ট দেখা যায়: প্রত্যেকটা স্বৰৰ আগত ইয়াৰ উচ্চাৰণৰ স্থানৰ আগা-পিচা হোৱা দেখা যায়। ফলত, ইয়াৰ উচ্চাৰণ-স্থানৰ এক বিৰাট বিস্তৃতি ঘটিছে।

'শ' 'ষ' আৰু 'স' আখৰেৰে ষ বর্ণ লিখা হয়। একেটা বর্ণৰ একে পৰিবেশতে সংস্কৃত বানান পদ্ধতিৰ অনুকৰণত তিনিওটা আখৰ ব্যৱহাৰ হোৱা হেতু লিখোঁতে বিৰাট বেমেজালিয়ে দেখা দিয়ে।

ভাৰতীয় ভাষাবোৰৰ ভিতৰত অসমীয়া ভাষাৰ ষধ্বৰ্ণটো এটা বৈশিষ্ট্য। সংস্কৃত 'শ', 'ষ' আৰু 'স' ৰ পৰা ঐতিহাসিক বিবৰ্ত্তনৰ মাজেৰে ষ বর্ণৰ উৎপত্তি হৈছে। সংস্কৃত তৎসম শব্দৰ সকলোবোৰ একাকী উষ্ম বর্ণৰ অসমীয়াত ষ ৰূপে উচ্চাৰণ হয়।[১৩]

২.৪২.৪১ ষ বর্ণৰ উপধ্বনি।

২.৪২.৪১১ শুদ্ধ তালব্য উষ্ম [ x ]। ইয়াৰ উচ্চাৰণত জিভাৰ মাজ-খণ্ড, কঠিন তালুৰ ওচৰলৈ দাং খাই বহিৰ্গামী বায়ু প্ৰবাহত ঘৰ্ষণৰ সৃষ্টি কৰে। কণ্ঠত স্বৰতন্ত্ৰীৰ স্পন্দন নহয়। জাৰ্মান ভাষাৰ 'মই' বুজোৱা Ich শব্দৰ ch অৰ দৰেতে [ x ] অৰ উচ্চাৰণ একে বুলিব পাৰি।

ই এ' স্বৰৰ পূৰ্ব্ববৰ্ত্তী, মধ্যবৰ্ত্তী আৰু পৰবৰ্ত্তী অৱস্থানত [ x ] উচ্চাৰিত হয়। শব্দৰ আদিতে আৰু পদান্তত ই অৰ্দ্ধদীৰ্ঘ আৰু দৃঢ়িৰ; আন্তঃস্বৰ অৱস্থানত স্বাভাৱিক মাত্ৰাযুক্ত আৰু শিথিল। যেনে,

১৩. /x/ বর্ণৰ ঐতিহাসিক ক্ৰমবিকাশৰ বহল আলোচনাৰ কাৰণে ডঃ বাণীকান্ত কাকতিৰ Assamese, Its Formation and Development, Revised edition, 1962, §§. 101—105 ; 442—447 চাওক।

**স্তইকঅনই**, 'শিকনি' ; **স্তইল**, 'শিল' ;
**স্তইতআ**, 'সীতা' ; **স্তইতঅল**, 'শীতল' ;
**স্তই**, 'সি' ; **স্তইমআ**, 'সীমা' ;
**স্তইআল**, 'শিয়াল' ; **স্তএ'লউআই**, 'শেলুৱাই' ;
**স্তএ'তউ**, 'সেতু' ; **স্তএ'তএ'লই**, 'শেতেলী' ;
**বইস্ত**, 'বিষ' ; **স্তএ'স্ত**, 'শেষ' ;
**বইস্তএ'স্ত**, 'বিশেষ' ; **দএ'স্ত**, 'দেশ' ;
**আস্তইস্ত**, 'আশীষ' ; **বইস্তইসতঅ**, 'বিশিষ্ট' ;
**নইস্তইকএ'**, 'নিশিকে' ; **অ'স্তইম**, 'অসীম' ;
**বআৰস্তইক**, 'বাৰ্ষিক' ; **বঅৰঅস্তএ'**, 'বৰষে' ; ইত্যাদি।

২.৪২.৪১২ **মধ্য পশ্চ-তালব্য [ ষ ]।** ই কোমল তালুত উচ্চাৰিত অঘোষ উষ্ম ধ্বনি ; ইয়াৰ উচ্চাৰণত জিহ্বামূল ওপৰলৈ দাং খাই কোমল তালুৰ মাজ অথবা অলপ আগ খণ্ডত বহিৰ্গামী বায়ু প্ৰবাহত ঘৰ্ষণৰ সৃষ্টি কৰে।

আ আৰু এ স্বৰৰ আগে পাচে ইয়াৰ উচ্চাৰণ হয় ; শব্দৰ আদি আৰু অন্তত ই অৰ্দ্ধদীৰ্ঘ ; স্বৰমধ্যৱৰ্ত্তী হ'লে স্বাভাৱিক মাত্ৰাযুক্ত। আদিতে সুস্থিৰ ; আন পৰিবেশত শিথিল। যেনে,

**ষএক**, 'সেক' , **ষএঁতআ**, 'শেঁতা' ;
**ষএৰএঙআ**, 'সেৰেঙা' ; **ষআপ**, 'সাপ' ;
**ষআধআৰঅন**, 'সাধাৰণ' ; **ষআঁৰ**, 'ষাঁড়' ;
**মএষ**, 'মেষ' , **আষআ**, 'আশা' ;
**আষআৰ**, 'আষাৰ', অথবা 'মনৰ আশাৰ' ;
**উষআ**, 'উষা' ; **বইষআল**, 'বিশাল' ;
**নইষআ**, 'নিশা' ; **বঅৰষআ**, 'বৰ্ষা' ;
**বইনআষ**, 'বিনাশ' ; **আকআষ**, 'আকাশ' ;
**আবআষ**, 'আবাস' ; **কআষ**, 'কাষ' ; ইত্যাদি।

২.৪২.৪১৩ **শেষ পশ্চ-তালব্য [ ষ ]।** দ্বিতীয় অ অ' ও উ স্বৰৰ পূৰ্ব্ববৰ্ত্তী অথবা পৰবৰ্ত্তী অৱস্থানত পশ্চ-তালব্য অঘোষ উষ্ম [ষ] ৰ উচ্চাৰণ-স্থান অলপ পিচলৈ যায়। ই শব্দৰ আদি আৰু অন্তত অৰ্দ্ধদীৰ্ঘ ; স্বৰ মধ্যৱৰ্ত্তী

অৱস্থানত স্বাভাৱিক মাত্ৰাযুক্ত। শব্দৰ আদিতে স্থিৰ; আন পৰিবেশত শিথিল। যেনে,

**ষঅকআম**, 'সকাম';
**ষঅকঅত**, 'শকত';
**ষঅ'ৰউ**, 'সৰু';
**ষঅ'গউন**, 'শগুণ';
**ষওৰওপআ**, 'সোৰোপা';
**ষওন**, 'সোণ';
**ষউকআন**, 'শুকান';
**ষউকউৰ**, 'শুকুৰ';
**ষউত**, 'সুত';
**অষঅম**, 'অসম';
**অষঅমইআ**, 'অসমীয়া';
**অষওক**, 'অশোক';
**আষউ**, 'আশু';
**অ'ষউৰ**, 'অসুৰ';
**ৰআষউকই**, 'বাসুকী';
**যঅষ**, 'যশ';
**ষঅনতওষ**, 'সন্তোষ';
**কউষ**, 'কুশ';
**ৰঅষ**, 'বশ'; ইত্যাদি।

২.৪২.৫০ **হ বৰ্ণ।**

হ এটা কণ্ঠত উচ্চাৰিত সঘোষ উষ্ম বৰ্ণ। ইয়াৰ উচ্চাৰণত যথেষ্ট ঘৰ্ষণৰ সৃষ্টি হয়।

বাগিন্দ্ৰিয়বিলাকৰ ভিতৰত কণ্ঠই সবাতোকৈ গভীৰতম অৱস্থানত অৱস্থিত। ইয়াত উচ্চাৰিত হোৱা হেতু খুব সম্ভৱ **হ** 'বৰ্ণৰ উচ্চাৰণো বৰ গভীৰ যেন লাগে; আৰু আনবোৰ উষ্ম ধ্বনিৰ তুলনাত ইয়াক বৰ বেছি সময় দীঘলীয়াকৈ উচ্চাৰণ কৰিবলৈকো টান হয়।

**হ** এটা ব্যঞ্জন বৰ্ণ; কিন্তু ইয়াৰ এটা উপধ্বনি স্বৰবৰ্ণৰ দৰেই সম্পূৰ্ণৰূপে অনুনাসিকীকৃত হব পাৰে।

২.৪২.৫১ **হ** বৰ্ণৰ উপধ্বনি।

২.৪২.৫১১ **অৰ্দ্ধদীৰ্ঘ-অৰ্দ্ধঘোষ** [হ]। কণ্ঠত উচ্চাৰিত অনিয়ত ঘৃষ্ট ধ্বনি; উচ্চাৰণৰ কালৰ মাত্ৰা ঈষৎ অৰ্দ্ধদীৰ্ঘ। হ স্বৰবৰ্ণৰ আগত শব্দৰ আদিতে অথবা পদান্তত অৰ্দ্ধঘোষ হৈ উচ্চাৰিত হয়।

শব্দৰ আৰম্ভণিতে থাকিলে ইয়াৰ উচ্চাৰণত বায়ুপ্ৰবাহটো ঈষৎ ঘৰ্ষণযুক্ত হৈ ওলাই অহাৰ পিছতেহে কণ্ঠৰ স্বৰতন্ত্ৰীত স্পন্দন আৰম্ভ হয়; অৰ্থাৎ হ অঘোষ ৰূপে আৰম্ভ হৈ ততালিকে সঘোষ হৈ পৰে। হ স্থিৰ: **ই উ ৰ** পূৰ্ববৰ্তী হ'লে স্থিৰতা আপেক্ষিক ভাৱে বেছি হয়।

পদান্ত হ ও অৰ্দ্ধদীৰ্ঘ, কিন্তু শিথিল। ইয়াৰ শেহভোখৰৰ উচ্চাৰণত স্বৰতন্ত্ৰী স্পন্দনহীন হয়; অৰ্থাৎ ই অঘোষ হৈ অন্ত পৰে। যেনে,

| | |
|---|---|
| **হইত,** 'হিত'; | **হইমআলঅএ',** 'হিমালয়'; |
| **হএ'তউ,** 'হেতু'; | **হএলআ,** 'হেলা'; |
| **হআকইম,** 'হাকিম'; | **হআত,** 'হাত'; |
| **হঅবঅন,** 'হৰণ'; | **হঅ'বইনআ,** 'হৰিণা'; |
| **হঅ'বঅ'লআ,** 'হ'বলা'; | **হওলওঙআ,** 'হোলোঙা'; |
| **হওকআ,** 'হোকা'; | **হউকউম,** 'হুকুম'; |
| **হউতআহ,** 'হুতাহ'; | **হউদউ,** 'হুদু'; |
| **বইহ,** 'বিহ'; | **খইহ,** 'সীহ'; |
| **খঅনদএ'হ,** 'সন্দেহ'; | **খএ'হ,** 'শেহ', |
| **বঅতআহ,** 'বতাহ'; | **এলআহ,** 'এলাহ', |
| **খঅবঅহ,** 'সৰহ'; | **মঅবঅহ,** 'মৰহ'; |
| **মঅ'হ,** 'ম'হ'; | **দবওহ,** 'দ্ৰোহ'; |
| **মওহ,** 'মোহ'; | **পউহ,** 'পুহ'; |
| **খঅ'মউহ,** 'সমূহ'; | **মআনউহ,** 'মানুহ'; ইত্যাদি। |

২.৪২.৫১২ 'ৰ'-কাৰ সংযুক্ত আদ্য [হ] সুস্থিৰ। ই অঘোষ হৈ আৰম্ভ হয়; অৰ্দ্ধদীৰ্ঘ নহয়।

'হ্ৰ' আৰু 'হৃ' আখৰেৰে ইয়াক লিখা হয়। যেনে,

| | |
|---|---|
| **হবঅদ,** 'হ্ৰদ'; | **হবআখ,** 'হ্ৰাস'; |
| **হবঅসসঅ,** 'হ্ৰস্ব'; | **হবইদঅএ',** 'হৃদয়'; |
| **হবইখইকএ'খ,** 'হৃষিকেশ'; ইত্যাদি। | |

সৰ্ব্বসাধাৰণৰ, বিশেষকৈ অশিক্ষিত লোকৰ মুখত শব্দৰ আদিতে থকা সংযুক্ত [হৰ] ৰ যিকোনো এটাৰ মাথোন, অৰ্থাৎ [হ] নাইবা [ৰ], বিকল্পে উচ্চাৰণ হোৱা শুনা যায়। ওপৰৰ শব্দকেইটাৰ উচ্চাৰণ, যেনে,

**হঅদ~বঅদ,** 'হদ'~'ৰদ', অৰ্থাৎ 'হ্ৰদ';
**হইদঅএ'~বইদঅএ',** 'হিদয়'~'ৰিদয়', অৰ্থাৎ 'হৃদয়';
**হইখইকএ'খ~বইখইকএ'খ,** 'হিষিকেশ'~'ৰিষিকেশ', অৰ্থাৎ 'হৃষিকেশ';
**হঅসসঅ~বঅসসঅ,** 'হস্ব'~'ৰস্ব', অৰ্থাৎ 'হ্ৰস্ব'; ইত্যাদি।

২.৪২.৫১৩ অনুনাসিক [ হঁ ]। এই ধ্বনিৰ উচ্চাৰণত বহির্গামী বায়ু প্রবাহটো মুখবিবৰ আৰু নাসিকাবিবৰ এই দুয়োটা পথেৰে ওলাই যায়।

অনুনাসিক স্বৰবর্ণৰ আগত বা পিচত থাকিলে [ হঁ ] উচ্চাৰিত হয়। [ হ ] অৰ পূর্ব্ববর্ত্তী আসন্ন স্বৰৰ আগত অনুনাসিক বর্ণ থাকিলেও ইয়াৰ উচ্চাৰণ ঈষৎ অনুনাসিক হয়।

অনুনাসিক স্বৰৰ মধ্যবর্ত্তী অবস্থানত ই সম্পূর্ণৰূপে অনুনাসিক হয়; অন্য অবস্থানৰ অনুনাসিকতা আংশিক বুলিব পাৰি। এনে অনুনাসিক [ হঁ ] শব্দৰ আদিতে অথবা পদান্তত অর্দ্ধদীর্ঘ আৰু অর্দ্ধাঘোষ হয়, মাজত নিচেই শিথিল হয়। যেনে,

| | |
|---|---|
| হঁআই, 'হাহ', | বআঁহঁই, 'বাহী'; |
| কআঁহঁআৰ, 'কঁহাৰ', | মআঁহঁই, 'মাহী'; |
| হঁএঁসআ, 'হেঁচা'; | মঅঁঙঅঁহঁ, 'মঙহ'; |
| অাঁহঁ, 'আঁহ', | কওঁহঁ 'কোঁহ'; |
| মআঁনউহঁ, 'মানুহ', | সএনএঁহঁ, 'চেনেহ'; ইত্যাদি। |

২.৪২.৫১৪ অঘোষ [ হ ]। শব্দৰ মাজত খ অথবা ষ অৰ পূর্ব্ববর্ত্তী অবস্থানত কণ্ঠ্য অঘোষ উষ্ম ধ্বনি [ হ ] শুনা যায়। এই অঘোষ [ হ ] অক বহু সময়ত পৰবর্ত্তী পশ্চ-তালব্য অঘোষ উষ্ম ষ অৰে সৈতে একে যেনও লাগে।

বিসর্গৰে, অর্থাৎ 'ঃ' এৰে এই অঘোষ [ হ ] লিখা হয়। যেনে,

| | |
|---|---|
| দউহখঅ, 'দুঃখ', | দউহখইনই, 'দুঃখিনী'; |
| নইহষএ'ষ, 'নিঃশেষ', | নইহষঅনদএ'হ, 'নিঃসন্দেহ'; |
| দউহষআষঅন, 'দুঃশাসন', | দউহষঅহঅ, 'দুঃসহ'; ইত্যাদি। |

ওপৰত উদ্ধৃত সকলোবোৰেই সংস্কৃত তৎসম কঠিন শব্দ। সংস্কৃতজ্ঞ শিক্ষিত লোকৰ সচেষ্ট উচ্চাৰণত মাথোন কদাচিত ইইতৰ প্রয়োগ হয়। সর্ব্বসাধাৰণৰ মুখত এই শব্দবোৰত সংযুক্ত [ হষ ] পশ্চ-তালব্য দ্বিত্ব [ ষষ ] অথবা একাকী [ ষ ] ৰূপেহে শুনা যায়। যেনে,

নইষষএ'ষ~নইষএ'ষ, 'নিঃশেষ',

নইষষঅনদএ'হ~নইষঅনদএ'হ, 'নিঃসন্দেহ';

দউষষআষঅন~দউষআষঅন, 'দুঃশাসন';

দউষষঅহঅ~দউষঅহঅ, 'দুঃসহ'; ইত্যাদি।

**২.৪২.৫১৫** শিথিল [ **হ** ]। **আন্তঃস্বৰ অথবা শব্দৰ মাজত সংযুক্ত অবস্থানত সম্পূৰ্ণ সঘোষ আৰু** শিথিল [ **হ** ] **উচ্চাৰিত হয়। ই স্বাভাৱিক মাত্ৰামুক্ত**; পৰিস্থিতি লৈ ( ওপৰৰ ২.৪২.৪১৩ ছেদ চাওক ) ই অনুনাসিকো হ'ব পাৰে। যেনে,

**বইহইত,** 'বিহিত'; **ভইনইহই,** 'ভিনিহি';
**দইহআদইহই,** 'দিহাদিহি'; **বএহএলআ,** 'বেহেলা';
**কএহআ,** 'কেহা'; **আহআৰ,** 'আহাৰ';
**বইবঅ'হই,** 'বিবহী'; **আহঅ'ৰই,** 'আহৰি';
**আসঅ'হউআ,** 'আচহুৱা'; **ভওতওহআ,** 'ভোটোহা';
**বইহউ,** 'বিহু'; **মউহউদই,** 'মুহুদি';
**কউঁহইআৰ,** 'কুঁহিয়াৰ'; **অৰহঅতআ,** 'অৰ্হতা';
**মউহউৰই,** 'মুহুৰি', **মইওহঅ,** 'সিংহ';
**আৰহই,** 'আৰ্হি'; **আহলআদ,** 'আহ্লাদ';

ইত্যাদি।

## ২.৩৪ নাসিক্য বৰ্গ

২.৪৩.১০ নাসিক্য ধ্বনিৰ উচ্চাৰণত হাওঁকাওঁৰ পৰা বাহিৰলৈ ওলাই অহা বায়ুৰ সোঁতটো মুখ বিবৰৰ কোনো উচ্চাৰণ-স্থানত সম্পূৰ্ণ বন্ধ হৈ নাসিকা বিবৰেদি অৰ্থাৎ নাকেদি ওলাই যায়। তালুকাৰ কোমল অংশ ওপৰলৈ দাং খালে গলকোষৰ পোনে পোনে ওপৰত অৱস্থিত নাসিকা বিবৰলৈ প্ৰবেশ পথ বন্ধ হয়। তেতিয়া বায়ুৰ সোঁত মুখ বিবৰত প্ৰবেশ কৰে। তললৈ দোঁ খালে নাসিকা বিবৰৰ প্ৰবেশ পথ মুকলি হয়; তেতিয়া বায়ুৰ সোঁতটো নাকেদি ওলাই যাব পাৰে।

নাসিক্য ধ্বনিৰ উচ্চাৰণত মন কৰিব লগীয়া কথা হ'ল—বায়ু প্ৰবাহটোৰ প্ৰথমতে মুখ বিবৰত প্ৰবেশ। মুখ বিবৰত বায়ুৰ সোঁতটো বিভিন্ন উচ্চাৰণ-স্থানত সম্পূৰ্ণ বন্ধ হব পাৰে; তেতিয়া বাধা পাই বায়ুৰ সোঁতটো উলটি নাসিকা বিবৰত সোমায় আৰু নাকেৰে ওলাই যায়। সেয়ে, এই নাসিক্য ধ্বনিবোৰ মৌখিক ভাবে নিয়ত; নাসিকা বিবৰেৰে প্ৰবাহ; অৰ্থাৎ ইহঁত নিয়তানিয়ত।

উচ্চাৰণ-স্থানৰ বাধা অনুসৰি নাসিক্য ধ্বনিবোৰৰ নাম দিয়া হয়। যেনে, ওষ্ঠ্য, দন্তমূলীয়, মূৰ্দ্ধন্য, ইত্যাদি।

২.৪৩.১১ অসমীয়া ভাষাত নাসিক্য ধ্বনিৰে সৃষ্টি হোৱা বিশিষ্ট ধ্বনি বা বৰ্ণ তিনিটা; ওষ্ঠ্য ম; দন্তমূলীয় ন আৰু পশ্চ-তালব্য ঙ।

অসমীয়া তিনিওটা নাসিক্য বৰ্ণ সঘোষ। ন আৰু ঙ ৰ উচ্চাৰণ-স্থান কিছু বিস্তৃত।

২.৪৩.২০ ওষ্ঠ্য ম বৰ্ণ।

বায়ুৰ সোঁতটো মুখ বিবৰত ওঁঠত বন্ধ হৈ নাসিকা বিবৰেৰে ওলাই গ'লে ম বৰ্ণৰ উপধ্বনিবোৰৰ উচ্চাৰণ হয়।

এই বৰ্ণ 'ম' আখৰেৰে লিখা হয়। সংযুক্ত হলে ইয়াৰ লিখিত ৰূপ 'ম্ব'।

২.৪৩.২১ ম বৰ্ণৰ উপধ্বনি।

২.৪৩.২১১ অৰ্দ্ধদীৰ্ঘ [ ম ]। - ই সঘোষ নাসিক্য ওষ্ঠ্য ধ্বনি; ইয়াৰ বাধা

অৰ্দ্ধদীৰ্ঘ আৰু স্থিৰ। 'য'-কাৰ সংযুক্ত অৱস্থানত শব্দৰ মাজত ইয়াৰ উচ্চাৰণ হয়। যেনে,

**কআময়অ,** 'কাম্য'; **ৰঅময়অ,** 'ৰম্য';
**গৰআময়অ,** 'গ্ৰাম্য'; **ছআময়অবআদ,** 'সাম্যবাদ';

ইত্যাদি।

২.৪৩.২১২ 'ৰেফ' অথবা 'ৰ'-কাৰ সংযুক্ত হ'লে শব্দৰ মাজত অৰ্দ্ধদীৰ্ঘ স্থিৰ [ ম ] বিকল্পে স্বাভাৱিক মাত্ৰাযুক্ত আৰু আপেক্ষিক ভাবে শিথিল হয়। যেনে,

**কঅৰমঅ,** 'কৰ্ম্ম', **ধঅৰমঅ,** 'ধৰ্ম্ম';
**ধআৰমইক,** 'ধাৰ্ম্মিক', **অমৰইত,** 'অমৃত';
**নঅমৰঅতআ,** 'নম্ৰতা', **অমৰইতআ,** 'অমৃতা'; ইত্যাদি।

২.৪৩.২১৩ **ঈষৎ অঘোষ [ ম ]।** স বৰ্ণৰ পিচত সংযুক্ত অৱস্থানত [ ম ] ৰ উচ্চাৰণ ঈষৎ অঘোষ হয়; অৰ্থাৎ অঘোষ উষ্ম স ৰ মুক্তি নহওঁতেই [ ম ] ধ্বনি অঘোষ ৰূপে আৰম্ভ হয় আৰু মুক্তি পোৱাৰ তৎমুহূৰ্ত্ততে সঘোষ হৈ পৰে। ই এটা শিথিল ধ্বনি। যেনে,

**উসমঅ,** 'উষ্ম'; **গৰইসমঅ,** 'গ্ৰীষ্ম';
**কঅসমইন,** 'কস্মিন'; **বইসমঅএ',** 'বিস্ময়';
**অকঅসমআত,** 'অকস্মাৎ', **সমঅৰঅন,** 'স্মৰণ';
**সমৰইতই,** 'স্মৃতি'; ইত্যাদি।

২.৪৩.২১৪ **স্থিৰ [ ম ]।** শব্দৰ আদিতে ওষ্ঠ্য সঘোষ নাসিক্য [ ম ] স্থিৰ আৰু স্বাভাৱিক মাত্ৰাযুক্ত। যেনে,

**মইকইৰ,** 'মিকিৰ'; **মইল,** 'মিল',
**মইনঅ'তই,** 'মিনতি'; **মএ'কউৰই,** 'মেকুৰী';
**মএ'লউঅ'ই,** 'মেলুৱৈ'; **মএলআহই,** 'মেলাহি';
**মএখএলআ,** 'মেখেলা'; **মআ,** 'মা';
**মআইকই,** 'মাইকী'; **মআনউহ,** 'মানুহ';
**মঅওঅহ,** 'মওহ'; **মঅৰঅন,** 'মৰণ';
**মঅ'ৰআ,** 'ম'ৰা'; **মঅ'উ,** 'মৌ';
**মওহ,** 'মোহ'; **মউখ,** 'মুখ';

**মৰইতঅ,** 'মৃত'; **মৰইনআল,** 'মৃণাল';

**মলআন,** 'ম্লান'; ইত্যাদি।

২.৪৩.২১৫ **শিথিল [ ম ]।** আন্তঃস্বৰ অৱস্থানত আৰু ল ভিন্ন অন্য বৰ্ণৰ লগত সংযুক্ত পৰৱৰ্ত্তী ব্যঞ্জন ৰূপে শিথিল [ ম ] উচ্চাৰিত হয়। যেনে,

**নইমইলএ',** 'নিমিলে'; **তএ'মই,** 'টেমী';

**মঅৰঅমই,** 'মৰমী'; **কএমএৰআ,** 'কেমেৰা' ( ইং ),

**মএমএৰআ,** 'মেমেৰা'; **আমই,** 'আমি';

**আমআৰ,** 'আমাৰ'; **নআমএ',** 'নামে';

**কআমওৰ,** 'কামোৰ'; **কওমওৰআ,** 'কোমোৰা',

**অমইআ,** 'অমিয়া', **যঅ'মউনআ,** 'যমুনা';

**যউমউৰই,** 'জুমুৰি'; **পঅদমঅ,** 'পদ্ম';

**সঅদমঅ,** 'ছদ্ম'; **যঅনমঅ,** 'জন্ম';

**যঅনমউখ,** 'সন্মুখ'; ইত্যাদি।

২.৪৩.২১৬ দ্বিত্ব [ মম ] ৰ প্ৰথম [ ম ] টোৰ নিয়ন্তাংশ মাথোন দীৰ্ঘ হয় বুলি ক'ব পাৰি। ইয়াৰ আৰম্ভণি সুস্থিৰ আৰু শেহলৈ শিথিল। [ মম ] থকা শব্দ অসমীয়া ভাষাত তেনেই তাকৰ। 'ৰেফ' সংযুক্ত 'ৰ্ম' দ্বিত্বকৈ লিখা হয় যদিও ইয়াৰ 'ম'ই অৰ্দ্ধদীৰ্ঘ আৰু বিকল্পে স্বাভাৱিক মাত্ৰাযুক্ত [ ম ] বুজায়। যেনে,

**যঅমমউ,** 'জম্মু'।

কোনো কোনোৰ মুখত 'ন্ম' সমীভূত হৈ 'ম্ম' উচ্চাৰিত হোৱা শুনা যায়। যেনে,

**যঅমমউখ,** 'সন্মুখ' অৰ্থাৎ 'সম্মুখ', **যঅমমইলঅন,** 'সন্মিলন' অৰ্থাৎ 'সম্মিলন'; ইত্যাদি।

২.৪৩.২১৭ **অন্ত-অঘোষ [ ম ]।** পদান্ত [ ম ] ৰ উচ্চাৰণ ঈষৎ দীৰ্ঘ। ইয়াৰ উচ্চাৰণত শেহলৈ স্বৰতন্ত্ৰী স্পন্দনহীন হয়; ফলত ই অঘোষ হৈ অন্ত পৰে। এই [ ম ] সদায় শিথিল। যেনে,

**মঅৰঅম,** 'মৰম'; **বইৰআম,** 'বিৰাম',

**অ'সইম,** 'অসীম'; **মঅ'হইম,** 'মহিম';

**নঅৱঅম,** 'নৱম'; **নওম,** 'নোম';

**দওম**, 'ডোম' ; **কউহউম**, 'কুহুম' ;
**হউকউম**, 'হুকুম' ; **পঅ'দউম**, 'পদুম' ; ইত্যাদি।

২.৪৩.৩০ **দন্তমূলীয় ন বৰ্ণ।**

এই অনুনাসিক বৰ্ণটো প্ৰধানতঃ দন্তমূলীয় যদিও ইয়াৰ উচ্চাৰণ-স্থান দাঁতৰ গুৰিৰ পৰা মূৰ্দ্ধাৰ আগ ভাগলৈকে বিস্তৃত।

'ন' আৰু 'ণ' আখৰ ইয়াৰ লিখিত ৰূপ।

১.৪৩.৩১ **ন** বৰ্ণৰ উপধ্বনি।

২.৪৩.৩১১ **মূৰ্দ্ধন্য** [ **ণ** ]। 'ৰেফ'-সংযুক্ত হ'লে মূৰ্দ্ধন্য [ **ণ** ] অৰ উচ্চাৰণ শুনা যায়। ইয়াৰ উচ্চাৰণত জিহ্বাগ্ৰই ওপৰলৈ দাং খাই দন্তমূলৰ ওপৰত ভিতৰলৈ ঘোৰ খোৱা মূৰ্দ্ধাৰ আগ ভাগ স্পৰ্শ কৰি বায়ুৰ সোঁতটো ৰোধ কৰে। তেতিয়া বায়ুৰ প্ৰবাহ নাকেৰে ওলাই যায়।

'ৰেফ'-সংযুক্ত [ **ৰণ** ] অৰ পূৰ্ব্ববৰ্ত্তী স্বৰ **আ অ অ'** ও **উ** হ'লে উচ্চাৰণ-স্থান আপেক্ষিক ভাবে বেছি ওপৰলৈ উঠে।

মূৰ্দ্ধন্য [ **ণ** ] সাধাৰণতে অৰ্দ্ধদীৰ্ঘ আৰু স্থিৰ ; কিন্তু ই বিকল্পে স্বাভাৱিক মাত্ৰাযুক্ত আৰু শিথিল হৈও উচ্চাৰিত হোৱা শুনা যায়। এই ধ্বনিগত মূৰ্দ্ধন্য [ **ণ** ] বৰ্ণলিপিত **ন** আখৰেৰেই লিখা হয়। যেনে,

**কঅৰণঅ**, 'কৰ্ণ' ; **পঅৰণঅ**, 'পৰ্ণ' ;
**বঅৰণঅনআ**, 'বৰ্ণনা' ; **পউৰণইমআ**, 'পুৰ্ণিমা' ,
**সউৰণঅ**, 'চূৰ্ণ' ; **ঘউৰণই**, 'ঘূৰ্ণী' ;
**যইৰণঅ**, 'জীৰ্ণ' ; **ৰঅঙকইৰণঅ**, 'সঙ্কীৰ্ণ' ; ইত্যাদি।

২.৪৩.৩১২ **পশ্চ দন্ত্য** [ **ন** ]। 'য'-কাৰ সংযুক্ত হ'লে [ **ন** ] অৰ উচ্চাৰণ-স্থান আগ বাঢ়ে ; দন্তমূলৰ আগভাগত অথবা কেতিয়াবা দাঁতৰ গুৰিত জিহ্বাগ্ৰই স্পৰ্শ কৰে। ই এটা সঘোষ আৰু স্থিৰ ধ্বনি ; শব্দৰ আদিতে স্বাভাৱিক মাত্ৰাযুক্ত আৰু মাজত অৰ্দ্ধদীৰ্ঘ। যেনে,

**নয়আএ'**, 'ন্যায়' ; **নয়অসতঅ**, 'ন্যস্ত' ;
**নয়আৰ**, 'ন্যাস' ; **নয়উনআধইক**, 'ন্যূনাধিক' ;
**বইনয়আৰ**, 'বিন্যাস' ; **ৰঅ'ইনয়অ**, 'সৈন্য' ;
**অৰঅনয়অ**, 'অৰণ্য' ; **কঅনয়আ**, 'কন্যা' ;
**পউনয়অ**, 'পুণ্য' ; **অ'ভইমঅনয়উ**, 'অভিমন্যু' ; ইত্যাদি।

২.৪৩.৩১৩ **ইৰ** পৰৱৰ্তী অৱস্থানত সংযুক্ত [ **নত** ] অৰ [ **ন** ] অও দন্তমূলৰ আগ ভাগতে উচ্চাৰিত হয়। অন্য স্বৰৰ পিচত ই শুদ্ধ দন্তমূলীয় হয়। যেনে,

**সইনতআ**, 'চিন্তা' ; **সইনতইত**, 'চিন্তিত' ;
**কইনতউ**, 'কিন্তু' ; **ষঅনতআপ**, 'সন্তাপ' ;
**আগঅনতউক**, 'আগন্তুক' ; **কআনতই**, 'কান্তি' ;
**উপআনতঅ**, 'উপান্ত' ; **কউনতই**, 'কুন্তী' ; ইত্যাদি।

২.৩৪.৩১৪ 'ৃ'-কাৰ সংযুক্ত [ **ন** ] অৰ উচ্চাৰণ-স্থানো আগবঢ়া। শব্দৰ আদিতে ই স্বাভাৱিক মাত্ৰাযুক্ত আৰু বেছি সুথিৰ। মাজত [ **নৰ** ] যুক্ত শব্দ অসমীয়া ভাষাত বিৰল।

[ **নৰ** ] অৰ লিখিত ৰূপ 'নৃ'। যেনে,

**নৰইপঅ'তই**, 'নৃপতি' ; **নৰইতয়অ**, 'নৃত্য' ;
**নৰইষইঙহঅ**, 'নৃসিংহ' ; **নৰই তঅততঅ**, 'নৃ-তত্ত্ব' ;
**নৰইষঅঙষঅ**, 'নৃশংস' ; **অনৰইতঅ**, 'অনৃত' ; ইত্যাদি।

২.৪৩.৩১৫ **শুদ্ধ দন্তমূলীয়** [ **ন** ]। ওপৰত আলোচিত পৰিবেশ ভিন্ন আন সকলো অৱস্থানতে [ **ন** ] অৰ দন্তমূলৰ মাজভাগত উচ্চাৰণ হয়।

শব্দৰ আদিতে স্বৰৰ পূৰ্ব্ববৰ্তী অৱস্থানত স্বাভাৱিক মাত্ৰাযুক্ত [ **ন** ] সুথিৰ ; আৰু শব্দৰ মাজত আন্তঃস্বৰ অথবা সংযুক্ত বৰ্ণৰ পৰৱৰ্তী ব্যঞ্জন ৰূপে ই শিথিল। যেনে,

**নইমঅথ**, 'নিমথ' ; **নইঅম**, 'নিয়ম' ;
**নএ'পউৰ**, 'নেপুৰ' ; **নএপআলই**, 'নেপালী' ,
**নআনআন**, 'নানান' ; **নঅগঅৰ**, 'নগৰ' ,
**নঅ'ৱইন**, 'নবীন' ; **নঅ'তউন**, 'নতুন' ;
**নওমআল**, 'নোমাল' ; **নওদওকআ**, 'নোদোকা' ;
**ৰআনআন**, 'বানান' ; **মআনউহ**, 'মানুহ' ;
**কওনওৰআ**, 'কোনোবা' ; **ষউনউকআ**, "জুনুকা' ;
**ষঅতনঅ**, 'যত্ন' ; **নইমনঅ**, 'নিম্ন' ;
**মঅগনঅ**, 'মগ্ন' ; **আহনইক**, 'আহ্নিক' ; ইত্যাদি।

২.৪৩.৩১৬ দ্বিত্ব [ **নন** ] অৰ মাজত মুক্তিলাভ নহয়। আৰম্ভণিৰ [ **ন** ] টোৱেই দীৰ্ঘ হয় মাথোন। ই আৰম্ভণিতে সুস্থিৰ, শেহলৈ শিথিল হয়।

'ন্ন', 'ণ্ণ', 'ন্ন' আৰু 'ণ্ন' ৰে দ্বিত্ব [ **নন** ] লিখা হয়। যেনে,

**অননঅএ'**, 'অন্নয়', **কঅননঅ**, 'কণ্ণ';
**অননঅ**, 'অন্ন', **বইপঅননঅ**, 'বিপন্ন';
**আঅননঅ**, 'আসন্ন'; **অ'ভইননঅ**, 'অভিন্ন',
**বইষঅননঅ**, 'বিষণ্ণ'; ইত্যাদি।

২.৪৩.৩১৭ **অৰ্দ্ধাঘোষ [ ন ]।** পদান্ত আৰু স অৰ পৰবৰ্ত্তী [ **ন** ] অৰ্দ্ধাঘোষ হয়। সংযুক্ত [ **সন** ] অৰ উচ্চাৰণত অঘোষ [ **স** ] অৰ মুক্তি নৌ হওঁতেই [ **ন** ] আৰম্ভ হোৱা হেতু নাসিক্যধ্বনিটো ঈষৎ অঘোষহৈ তৎমুহূৰ্ত্ততে সঘোষ হৈ পৰে।

পদান্ত [ **ন** ] ঈষৎ দীৰ্ঘ; ই অঘোষ হৈ অন্ত পৰে। ইয়াৰ কেতিয়াবা মুক্তি হয় আৰু কেতিয়াবা নহয়।

[ **সন** ] অৰ লিখিত ৰূপ তিনিটা: 'স্ন', 'স্ন' আৰু 'ষ্ণ'। যেনে,

**সনআন**, 'স্নান'; **সনআইউ**, 'স্নায়ু';
**পৰঅসনঅ**, 'প্ৰশ্ন'; **বঅ'ইসনঅৰ**, 'বৈষ্ণৱ',
**হঅ'ৰইন**, 'হৰিণ', **অ'ৰউন**, 'অৰুণ';
**ফএন**, 'ফেন'; **আপওন**, 'আপোন',
**ধউন**, 'ধুন'; **ষঅ'গউন**, 'শগুণ';
**অকঅন**, 'অকণ'; ইত্যাদি।

২.৪৩.৪০ **পশ্চ-তালব্য ঙ বৰ্ণ।**

ই এটা পশ্চ-তালব্য সঘোষ নাসিক্য বৰ্ণ। ইয়াৰ উপধ্বনিবোৰ **ই** স্বৰৰ পূৰ্ব্ববৰ্ত্তী বা মধ্যবৰ্ত্তী হ'লে কোমল তালুৰ অলপ আগলৈ আৰু **উ** স্বৰৰ পূৰ্ব্ববৰ্ত্তী অথবা মধ্যবৰ্ত্তী হ'লে অলপ পিচলৈ গৈ উচ্চাৰিত হয়।

ঙ বৰ্ণ অসমীয়া ভাষাত শব্দৰ আদিতে পোৱা নাযায়। লেয়েহে ব্যঞ্জন বৰ্ণমালাখন পঢ়াওঁতে শিক্ষকে 'ক্‌অ', 'খ্‌অ', 'গ্‌অ', 'ঘ্‌অ' আৰু 'উঙ্‌অ' বুলি আগতে 'উ' এটা উচ্চাৰণ কৰি পঢ়ায় আৰু শিকোঁতায়ো তেনেকৈয়ে মাতে।

'ঙ', 'ঙ্গ' আৰু অনুস্বাৰ 'ং' এৰে ইয়াক লিখা হয়। সাধাৰণতে সংযুক্ত আদ্য আৰু পদান্ত [ **ঙ** ] অনুস্বাৰেৰে ( ং ) লিখা হয়; স্বৰৰ মাজৰ **ঙ** 'ঙ'

অথবা 'ঙ' বে সূচিত হয়। যেনে, 'খাটাং', 'খং', 'মাংস', 'কংগ্রেছ'; কিন্তু 'খঙাল', 'মঙহ', 'বঙালী', ইত্যাদি।

২.৪৩.৪১ ঙ বর্ণৰ উপধ্বনি।

২.৪৩.৪১১ অৰ্দ্ধদীৰ্ঘ [ ঙ ]। সংযুক্ত ব্যঞ্জনৰ আদি ধ্বনি ৰূপে [ ঙ ] বিকল্পে অৰ্দ্ধদীৰ্ঘ হৈ উচ্চাৰিত হয়। যেনে,

অঙকঅ, 'অঙ্ক'; খঅঙগঅ, 'সঙ্গ';
মঅঙগঅল, 'মঙ্গল'; লঅঙঘঅন, 'লঙ্ঘন';
অঙখইদআৰ, 'অংশীদাৰ'; খঅঙগইনই, 'সঙ্গিনী', ইত্যাদি।

কিন্তু হ'লেও [ ঙঙ ] যথেষ্ট দীৰ্ঘ হয়। এনে উচ্চাৰণযুক্ত শব্দ বিৰল। যেনে,

বএ'ঙঙউন~বএ'ঙগউন, 'বেঙ্গুন' ( ব্ৰহ্মদেশৰ ৰাজধানী );
বঅঙঙঅ~বঅঙগঅ, 'বঙ্গ'; ইত্যাদি।

২.৪৩.৪১২ পদান্ত [ ঙ ] অতি সামান্য ভাবে দীৰ্ঘ হয় আৰু অঘোষ হৈ অন্ত পৰে। যেনে,

খঅঙ, 'খং'; তইঙ, 'টিং';
মইতইঙ, 'মিটিং' ( ইং ); খআতআঙ, 'খাটাং';
বইতঅঙ, 'বিতং'; কঅলঅঙ, 'কলং';
খইঙ, 'শিং'; বএঙ, 'বেং';
বএঙ, 'বেং'; সএলএঙ, 'চেলেং';
হওলওঙ, 'হোলোং'; খউঙ, 'শুং'; ইত্যাদি।

২.৪৩.৪১৩ শিথিল [ ঙ ]। আন্তঃস্বৰ অবস্থানত [ ঙ ] আপেক্ষিক ভাবে শিথিল হৈ উচ্চাৰিত হয়। যেনে,

দইঙই, 'ডিঙি'; খইতইঙআ, 'খিতিঙা';
দইঙঅ'ৰই, 'ডিঙৰি'; সএ'ঙএ'লই, 'চেঙেলী',
মঅঙঅহ, 'মঙহ' বা 'মঙহ', এঙআৰ, 'এঙাৰ' বা 'এঙাৰ';
দঅ'ঙউৰআ, 'দঙুৰা'; ভআঙউৰই, 'ভাঙুৰী'; ইত্যাদি।

## ২.৪৪ পাৰ্শ্ব বৰ্ণ

২ ৪৪.১০ পাৰ্শ্ব শব্দৰ অৰ্থ কাষ। যি ধ্বনিৰ উচ্চাৰণত বহিৰ্গামী বায়ুপ্ৰবাহ কৰণ অৰ্থাৎ জিভাৰ কাষেৰে ওলাই যায় তাকে **পাৰ্শ্বধ্বনি** বোলে। উচ্চাৰণ-কৰণ জিভাৰ আগভাগ বা সমস্ত প্ৰান্ত দাঁৎ খুৰাই উচ্চাৰণ-স্থানত স্পৰ্শ কৰি জিহ্বাদল সংকোচিত কৰিলে দুয়ো কাষেৰে বায়ুপ্ৰবাহৰ পথ মুকলি হয় আৰু এই মুকলি পথেৰে বায়ু ওলাই গ'লে পাৰ্শ্বধ্বনিৰ সৃষ্টি হয়। একাষেৰে অথবা দুয়ো কাষেৰে ওলাই যোৱা বায়ুপ্ৰবাহত কেতিয়াবা অতি সামান্য ভাবে ঘৰ্ষণ হয়। কণ্ঠত স্বৰতন্ত্ৰীৰ স্পন্দন হ'লে ধ্বনিটো সঘোষ আৰু স্পন্দন নহ'লে অঘোষ হয়।

২.৪৪.১১ অসমীয়া ভাষাত পাৰ্শ্বধ্বনিৰে সৃষ্টি হোৱা বিশিষ্ট ধ্বনি বা বৰ্ণ মাথোন এটা: **ল**। এই **ল** অৰ সকলোবোৰ উপধ্বনিৰ উচ্চাৰণত বায়ুৰ সোঁতটো জিহ্বাদলৰ দুয়োকাষেৰে ওলায়। এই উপধ্বনিবোৰৰ উচ্চাৰণ-স্থান দন্তমূল আৰু ইহঁত সদায় স্পষ্ট।

'ল' আখৰেৰে **ল** বৰ্ণ লিখা হয়।

২.৪৪.১২ **ল** বৰ্ণৰ উপধ্বনি।

২.৪৪.১২১ **অৰ্দ্ধদীৰ্ঘ** [ **ল** ]। 'য'-কাৰ সংযুক্ত হ'লে দন্তমূলৰ আগভাগত ইয়াৰ উচ্চাৰণ হয়। ই অৰ্দ্ধদীৰ্ঘ আৰু সুথিৰ। যেনে,

| | |
|---|---|
| **মউলয়অ**, 'মূল্য'; | **মআলয়অ**, 'মাল্য'; |
| **অহঅলয়আ**, 'অহল্যা'; | **বআলয়অ**, 'বাল্য'; |
| **যআফঅলয়অ**, 'সাফল্য'; | **বআতসঅলয়অ**, 'বাৎসল্য'; |

ইত্যাদি।

২.৪৪.১২২ **অৰ্দ্ধাঘোষ** [ **ল** ]। শব্দৰ আদিতে স্বৰবৰ্ণৰ আগত আৰু পদান্তত [ **ল** ] অৰ উচ্চাৰণ সামান্য ভাবে দীৰ্ঘ হয়। এই দুয়োটা অৱস্থানতে [ **ল** ] অৰ্দ্ধাঘোষ; অৰ্থাৎ আদি [ **ল** ] অৰ আৰম্ভণি আৰু পদান্ত [ **ল** ] অৰ শেষাংশ অঘোষ হয়। যেনে,

| | |
|---|---|
| **লইন**, 'লীন'; | **লইখঅক**, 'লিখক'; |
| **লএ'খই**, 'লেখি'; | **লএ'সএ'বই**, 'লেছেৰি'; |

**লএডএবআ**, 'লেডেবা' ; **লআহঅ'ভই**, 'লাহতী' ;
**লঅ'বআ** 'ল'বা' ; **লওসঅন**, 'লোচন' ;
**লউবউকআ**, 'লুকবা' ; **লআল**, 'লাল' ;
**বইল**, 'বিল' ; **খএল**, 'খেল' ;
**বএ'ল**, 'বেল' ; **মআতআল**, 'মাতাল' ;
**অতঅল**, 'অটল' ; **গঅ'ল**, 'গ'ল' ;
**আমওল**, 'আমোল' ; **মউল**, 'মূল' ;
**বঅ'হউল**, 'বহুল' ; ইত্যাদি।

২.৪৪.১২৩ পূৰ্ব্ববৰ্ত্তী **স** সংযুক্ত [ **ল** ] অৰ উচ্চাৰণো আৰম্ভণিতে অঘোষ ; পিচতহে ই সম্পূৰ্ণৰূপে সঘোষ হৈ পৰে। এনে [ **ল** ] স্বাভাৱিক মাত্ৰাযুক্ত আৰু শিথিল। যেনে,

**সলআঘআ**, 'শ্লাঘা' ; **সলএ'সমআ**, 'শ্লেষ্মা' ;
**অসলইল**, 'অশ্লীল' ; **বইসলএ'ষঅন**, 'বিশ্লেষণ' ; ইত্যাদি।

২.৪৪.১২৪ **ঈষৎ মূৰ্দ্ধন্য** [ **ল** ]। 'ৰেফ'-সংযুক্ত [ **ল** ] অৰ উচ্চাৰণ-স্থান দন্তমূলৰ শেহভাগ ; কেতিয়াবা দন্তমূলৰ ওপৰৰ মূৰ্দ্ধাৰ আগ ভাগতো ইয়াৰ উচ্চাৰণ হয় ; তেতিয়া ই সামান্যভাৱে মূৰ্দ্ধন্য হৈ পৰে।

ঈষৎ মূৰ্দ্ধন্য [ **ল** ] বিকল্পে অৰ্দ্ধদীৰ্ঘ আৰু আপেক্ষিক ভাৱে সুস্থিৰ হয়। যেনে,

**দউৰলঅভ**, 'দুৰ্লভ'।

এনে [ **ৰল** ] যুক্ত শব্দ অসমীয়া ভাষাত বিৰল।

২.৪৪.১২৫ **শিথিল** [ **ল** ]। অন্তঃস্বৰ অৱস্থানত আৰু সংযুক্ত পৰবৰ্ত্তী ধ্বনি হ'লে [ **ল** ] অৰ উচ্চাৰণ শিথিল হয়। যেনে,

**উকআলঅ'তই**, 'উকালতি' ; **মইলঅন**, 'মিলন' ;
**সউলঅ'লইত**, 'সুললিত' ; **বইলআহই**, 'বিলাহী' ;
**বইজউলই**, 'বিজুলী' ; **মআজউলই**, 'মাজুলী' ;
**বএলআৰ**, 'বেলাৰ' ; **বইপলঅৱ**, 'বিপ্লৱ' ;
**সউকলঅ**, 'শুক্ল' ; **গলআনই**, 'গ্লানি' ;

২.৪৪.১২৬ দ্বিত্ব [ **লল** ] অৰ উচ্চাৰণত জিহ্বাগ্ৰৰ স্পৰ্শকাল মাথোন দীৰ্ঘ হয়। আৰম্ভণিতে ই সুস্থিৰ, পিচৰ অংশ শিথিল। যেনে,

**আললআ**, 'আল্লা',
**বঅললঅম**, 'বল্লম',
**কঅললওল**, 'কল্লোল';
**ষওললঅ**, 'ষোল্ল';
**মঅললঅ**, 'মল্ল';
**হইললওল**, 'হিল্লোল',
**উললএ'খ**, 'উল্লেখ', ইত্যাদি।

## ২.৪৫ লুঠিত বৰ্ণ

২.৪৫.১০ অসমীয়া ভাষাত লুঠিত বৰ্ণ এটা : ৰ। বৰ্ণটো লুঠিত বুলি কোৱা হৈছে যদিও ইয়াৰ উপধ্বনিবোৰৰ উচ্চাৰণৰ ধৰণ বেলেগ বেলেগ।

২.৪৫.১১ ডঃ বাণীকান্ত কাকতিয়ে[১৭] অসমীয়া ভাষাত ৰ বৰ্ণৰ মাথোন এটাহে উচ্চাৰণ অৰ্থাৎ ধ্বনিগুণ বুলি উল্লেখ কৰিছে। স্বৰূপাৰ্থত এই বৰ্ণটোৰ ধ্বনিগুণ চাৰিটা; ই চাৰি ধৰণে উচ্চাৰিত হয়। শব্দৰ আদিতে, অন্তঃস্বৰ অবস্থানত, 'ৰেফ' ৰূপে আৰু 'ৰ'-কাৰ হিচাবে ৰ বৰ্ণৰ চাৰিটা উপধ্বনি পোৱা যায়। কোনো কোনো লোকৰ মুখত অৱশ্যে, শব্দৰ আদি আৰু অন্তঃস্বৰ—এই দুয়োটা অবস্থানতে, একেটা ধ্বনিৰে উচ্চাৰণ শুনা যায়।

ৰ বৰ্ণ কেইবাটাও আখৰেৰে লিখা হয়। যেনে, 'ৰ', 'দ্ৰ', 'হ্ৰ', 'ৰেফ' ( ́ ) আৰু 'ৰ'-কাৰ।

২.৪৫.১২ ৰ বৰ্ণৰ উপধ্বনি।

২.৪৫.১২১ দন্তমূলীয় লুঠিত [ ৰ ]। ইয়াৰ উচ্চাৰণত জিভাৰ আগটো ঈষৎ সংকোচিত হয় আৰু ওপৰলৈ দাং খাই দন্তমূলৰ কাষত ৰয়, জিহ্বাফলে ওঁঠফালে দাঁতৰ আলুত স্পৰ্শ কৰে। তেতিয়া বহিৰ্গামী বায়ুপ্ৰবাহে দন্তমূলৰ ওচৰত দাং খাই থকা জিহ্বাগ্ৰৰ ওপৰেদি জিভা আৰু দন্তমূলৰ মাজেৰে ওলাই আহে। নিৰ্গমন পথ সংকীৰ্ণ হোৱা হেতু সামান্য ভাবে ঘৰ্ষণ হয়। এয়ে দন্তমূলীয় লুঠিত [ ৰ ] ধ্বনি। ই অৰ্দ্ধদীৰ্ঘ আৰু আৱৰ্তনিতে অঘোষ যেন লাগে।

শব্দৰ আদিতে লুঠিত [ ৰ ] শুনা যায়। উ স্বৰৰ আগত থাকিলে জিহ্বাগ্ৰ আপেক্ষিক ভাবে বেছি ওপৰলৈ দাং খায়।

ব্যক্তিবিশেষৰ মুখত শব্দৰ আদিতে লুঠিত [ ৰ ] বিকল্পে দন্তমূলীয় তাড়িত [ ৰ্‌ ] ৰূপেও উচ্চাৰিত হয়। অৰ্থাৎ ওপৰলৈ দাং খোৱা জিহ্বাগ্ৰই দন্তমূলত একোবাৰ স্পৰ্শ কৰে। যেনে,

| | |
|---|---|
| **ৰইতউ**, 'ঋতু'; | **ৰইতই**, 'ৰীতি'; |
| **ৰইন**, 'ঋণ'; | **ৰএ'নউ**, 'ৰেণু'; |

---

১৭. ডঃ বাণীকান্ত কাকতি : Assamese, Its Formation and Development, Revised edition, 1962, § 94.

**বএখআ**, 'বেখা' ; **বএঙঅনই**, 'বেঙনি' ;
**বআঙঅ'লই**, 'বাঙলী' ; **বঅতঅন**, 'বতন' ;
**বঅ'দ**, 'ব'দ' ; **বওহ**, 'বোহ ;
**বউপঅ'হই**, 'ৰূপহী' ; **বউতই**, 'ৰুটি ; ইত্যাদি।

২.৪৫.১২২ **দন্তমূলীয় তাড়িত** [ ৰ ]। তাড়িত [ ৰ ] অব উচ্চাৰণত জিহ্বাগ্ৰ লুঠিত [ ৰ ] অব উচ্চাৰণৰ দৰে ওপৰলৈ দাং খাই দন্তমূলৰ কাষত বৈ যায় আৰু বায়ুপ্ৰবাহটো ওলাই অহাৰ সময়ত দন্তমূলত স্পৰ্শ কৰে ; কণ্ঠত স্বৰতন্ত্ৰীৰ স্পন্দন হয়।

মূলীয় স্বৰবৰ্ণৰ আগত হ'লে জিহ্বাগ্ৰ অলপ বেছিকৈ ঘোৰ খায় আৰু কেতিয়াবা জিহ্বাগ্ৰৰ পিচলুটিৰেহে স্পৰ্শ হোৱা যেন লাগে।

আন্তঃস্বৰ অবস্থানত এই সঘোষ [ ৰ ] উচ্চাৰিত হয়। ই এটা শিথিল ধ্বনি। যেনে ( উদাহৰণবোৰত ৰ অব ঠাইত ৰ কে লিখা হৈছে। ),

**মইবই**, 'মিৰি' ; **আবঅ'তই**, 'আৰতি' ;
**তইবওতআ**, 'তিৰোতা' ; **মঅবঅনআ**, 'মৰণা' ,
**আবউ**, 'আৰু' ; **ষওবওপআ**, 'সোৰোপা' ,
**গঅ'বউ**, 'গৰু' ; **কউবউআ**, 'কুৰুৱা' ;
**বঅ'বউন**, 'বৰুণ' ; **অ'বউনআ**, 'অৰুণা' ;
**গআভঅ'বউ**, 'গাভৰু' ; **গঅ'ভইবঅতআ**, 'গভীৰতা' ,
**উবউকআ**, 'উৰুকা' ; **হইবআ**, 'হীৰা' .
**অষঅ'বইবই**, 'অশৰীৰী' , **কএবএলআ**, 'কেৰেলা' ;
**মউবউলই**, 'মুৰুলী' ; **ভএবআ**, 'ভেড়া' ; ইত্যাদি।
**কএ'বএ'সইআ**, 'কেৰেচীয়া' ;

২.৪৫.১২৩ **মূৰ্দ্ধন্য লুঠিত** [ ড় ]। ইয়াৰ উচ্চাৰণত জিহ্বাগ্ৰ সংকোচিত হৈ দন্তমূলৰো ওপৰৰ ভিতৰলৈ ঘোৰ খোৱা মূৰ্দ্ধাৰ ওচৰ পায়গৈ ; জিভাৰ ঠিক আগটো মুখবিবৰৰ ভিতৰৰ ফাললৈ ঘোৰ খাই থাকে। কৰণৰ এনে অবস্থানত বহিৰ্গামী বায়ুপ্ৰবাহ জিহ্বাগ্ৰ আৰু মূৰ্দ্ধাৰ মাজৰ সংকীৰ্ণ পথেৰে ঈষৎ ঘৃষ্ট হৈ ওলাই যায়।

'ৰেফ' অৰ্থাৎ সংযুক্ত আদ্য ব্যঞ্জন ৰূপে আৰু পদান্তত ইয়াৰ উচ্চাৰণ হয়। মূলীয় স্বৰৰ পিচত থাকিলে জিহ্বাগ্ৰ অলপ বেছি ওপৰলৈ দাং খায়। 'ৰেফ'

ৰূপে, যেনে, ( উদাহৰণবোৰত [ ড় ] অৰ ঠাইত বৰ্ণলিপিৰ ৰ হে লিখা হৈছে । ) ;

| | |
|---|---|
| **বইৰযৰঅ**, 'বীৰ্য্য' ; | **যইৰনঅ**, 'জীৰ্ণ' ; |
| **কইৰতই**, 'কীৰ্ত্তি' ; | **বআৰতআ**, 'বাৰ্ত্তা' ; |
| **পঅৰদআ**, 'পৰ্দ্দা' ; | **কঅৰমঅ**, 'কৰ্ম্ম' ; |
| **সঅৰগঅ**, 'স্বৰ্গ' ; | **পউৰনঅ**, 'পূৰ্ণ' ; |
| **মউৰতই**, 'মূৰ্ত্তি' ; | **ধউৰতআলই**, 'ধূৰ্ত্তালি' , |
| **আৰতঅ**, 'আৰ্ত্ত' ; | **দউৰদঅৰআ**, 'দুৰ্দ্দশা' , |
| **বঅৰধইতঅ**, 'বৰ্দ্ধিত' ; | **দঅৰপঅ**, 'দৰ্প' , |
| **দউৰবআ**, 'দূৰ্ব্বা' ; | **ৰঅৰবএ'সসঅৰ**, 'সৰ্ব্বেশ্বৰ' ; |

ইত্যাদি ।

২.৪৫.১২৪ পদান্তত মূৰ্দ্ধন্য লুণ্ঠিত [ ড় ] ঈষৎ দীৰ্ঘ আৰু শিথিল । ই সদায় অঘোষ হৈ অন্ত পৰে । যেনে, ( উদাহৰণবোৰ বৰ্ণলিপিত দিয়া হৈছে । ) ;

| | |
|---|---|
| **অ'ধইৰ**, 'অধীৰ' , | **বইৰ**, 'বীৰ' ; |
| **ৰঅ'ৰইৰ**, 'শৰীৰ' ; | **কউতইৰ**, 'কুটীৰ' ; |
| **ধএ'ৰ**, 'ঢেৰ' ; | **খএৰ**, 'খেৰ' ; |
| **আমআৰ**, 'আমাৰ' ; | **বএপআৰ**, 'বেপাৰ' ; |
| **আকঅৰ**, 'আকৰ' ; | **অমঅৰ**, 'অমৰ' ; |
| **কঅ'ৰ**, 'ক'ৰ' ; | **বইমওৰ**, 'বিমোৰ' ; |
| **আঁসওৰ**, 'আঁচোৰ' ; | **অঘওৰ**, 'অঘোৰ' ; |
| **অ'ৰউৰ**, 'অসুৰ' ; | **আদঅৰ**, 'আদৰ' , |

**মআমঅৰ**, 'মামৰ' ; ইত্যাদি ।

২.৪৫.১২৫ **দন্তমূলীয় কম্পিত** [ৰ] । 'ৰ'-কাৰ অথবা ব্যঞ্জনৰ পৰবৰ্ত্তী 'ঋ', 'ৠ' ৰ উচ্চাৰণ দন্তমূলীয় কম্পিত [ ৰ ] হয় । এই [ ৰ ] অৰ উচ্চাৰণত দন্তমূলৰ ওচৰত দাং খাই থকা জিহ্বাগ্ৰই বায়ু প্ৰবাহৰ পথ নিচেই সংকীৰ্ণ কৰে ; ফলত বায়ুৰ সোঁতটো ওলাই যাওঁতে জিহ্বাগ্ৰত ঘৰ্ষণ হৈ সামান্য ভাবে কম্পন হোৱা যেন লাগে । ওষ্ঠ্য আৰু পশ্চ-তালব্য ব্যঞ্জনৰ পিচত কম্পনৰ মাত্ৰা আপেক্ষিক ভাবে বেছি । ই এটা আপেক্ষিক ভাবে স্থিৰ ধ্বনি । যেনে,

| | |
|---|---|
| **ভৰইন**, 'ভ্ৰূণ' ; | **পৰআনই**, 'প্ৰাণী' ; |

**কৰঅমএ'**, 'ক্ৰমে' ; **বইকৰঅম**, 'বিক্ৰম' ;
**মআতৰই**, 'মাতৃ' ; **বৰইহঅত**, 'বৃহৎ' ;
**মৰইনআল**, 'মৃণাল' ; **অমৰইত**, 'অমৃত' ;
**বৰঅহমআ**, 'ব্ৰহ্মা' ; **ভঅদৰঅ**, 'ভদ্ৰ' ;
**মআতৰআ**, 'মাত্ৰা' ; **ষঅমপৰঅ'তই**, 'সম্প্ৰতি' ;
**নইসকৰআনতঅ**, 'নিষ্ক্ৰান্ত' ; ইত্যাদি।

২.৪৫.১২৬ **অনুনাসিকীভূত** [ ৰঁ ]। নাসিক্য ব্যঞ্জন অথবা অনুনাসিক স্বৰবৰ্ণৰ পিচত থকা 'ৰ' আৰম্ভণিতে ঈষৎ নাসিকীভূত হয়; অৰ্থাৎ [ ৰঁ ] অৰ উচ্চাৰণ আৰম্ভ হোৱাৰ পিচলৈকে বায়ুপ্ৰবাহৰ একাংশ নাকেদি ওলাই তৎমুহূৰ্ত্ততে সম্পূৰ্ণৰূপে মুখেৰে ওলাবলৈ ধৰে।

কেতিয়াবা অনুনাসিক স্বৰৰ আগত থাকিলেও অনুনাসিকীভূত [ ৰঁ ] শুনা যায়—অৰ্থাৎ পিচৰ স্বৰৰ উচ্চাৰণ আৰম্ভ হোৱাৰ অলপ আগতেই বায়ুৰ সোঁতটো নাকেদি ওলাবলৈ আৰম্ভ কৰে।

ওপৰৰ ছেদবোৰত আলোচিত সকলোবোৰ উপধ্বনিয়েই উপকক্ত পৰিবেশত অনুনাসিকীভূত হয়। যেনে,

**নৰইপঅ'তই**, 'নৃপতি' ; **নৰইতয়অ**, 'নৃত্য' ;
**কএঁৰআ**, 'কেঁৰা' ; **এৰওঁ এৰওঁ**, 'এৰোঁ এৰোঁ' ;
**কঅৰওঁতআ**, 'কৰোঁতা' ; **কঅৰঅঁতই**, 'কৰঁতী' ;
**ৰআঁই যআঁই**, 'ৰাঁই জাঁই' ; **কআঁৰ**, 'কাঁড়' ,
**দআঁৰ**, 'ডাঁৰ' ; **আঁৰ**, 'আঁৰ' ;
**ভঅঁৰআলই**, 'ভঁৰালী' ; ইত্যাদি।

## ২.৪৬ অন্তঃস্থ বৰ্গ

২.৪৬.১০ অন্তঃস্থ ধ্বনিবোৰ অনিয়ত। অনিয়ত ধ্বনিৰ উচ্চাৰণত বায়ু প্ৰবাহত ঘৰ্ষণ হোৱা বা নোহোৱা লৈ দুটা বহল ভাগত ভগোৱা হয়ঃ অনিয়ত ঘৃষ্ট অৰ্থাৎ উষ্ম ধ্বনি আৰু অনিয়তাঘৃষ্ট অৰ্থাৎ ঘৰ্ষণ বিহীন ধ্বনি। উষ্ম ধ্বনিবোৰ ব্যঞ্জন, অনিয়তাঘৃষ্টবোৰ স্বৰ। এই ব্যঞ্জন আৰু স্বৰ ধ্বনিৰ মাজতে আৰু একপ্ৰকাৰ ধ্বনিৰ সৃষ্টি হয়ঃ ইহঁতৰ উচ্চাৰণত অনিয়ত বায়ু প্ৰবাহ স্বৰধ্বনিৰ দৰেই মুখবিবৰত কলিত হয় আৰু এই কলনৰ ফল স্বৰূপে সামান্য ভাবে ঘৰ্ষণ জন্মে। এনেদৰে উচ্চাৰিত ঈষৎঘৃষ্ট ধ্বনিবোৰ সাধাৰণতে শ্ৰুতিধ্বনি বুলি কোৱা হয়। শ্ৰুতিধ্বনিয়েই স্বৰূপাৰ্থত অন্তঃস্থ ধ্বনি।

এটা স্বৰধ্বনিৰ পৰা আন এটা স্বৰধ্বনি উচ্চাৰণ কৰিবলৈ উচ্চাৰণ-কৰণ অৰ্থাৎ জিহ্বাৰ স্থান পৰিবৰ্ত্তন হওঁতে শ্ৰুতিধ্বনিবোৰ ওপজে। অসমীয়া ভাষাত প্ৰত্যেকটো স্বৰধ্বনিৰ পৰা একোটাকৈ শ্ৰুতিধ্বনিৰ উচ্চাৰণ হয়, কিন্তু এই সকলোবোৰ বিশিষ্ট ধ্বনি বুলি স্বীকৃত হোৱা নাই।

২.৪৬.১১ শ্ৰুতিধ্বনিৰ পৰা সৃষ্টি হোৱা বিশিষ্ট ধ্বনি বা বৰ্ণ দুটাঃ ৱ আৰু য়। প্ৰথমটো ঔষ্ঠ্য, দ্বিতীয়টো তালব্য, আৰু দুয়োটাই সঘোষ অন্তঃস্থ বৰ্ণ। ইহঁতৰ গাত স্বৰ আৰু ব্যঞ্জন উভয়ৰে গুণ বৰ্ত্তমান। স্বৰৰ দৰেই য়ও সম্পূৰ্ণ ৰূপে অনুনাসিক হ'ব পাৰে। অনুনাসিক হ'ব পৰা পৰিবেশ নাই কাৰণেই বৰ্ণগত অনুনাসিক ৱ পোৱা নাযায়।

২.৪৬.১২ ৱ আৰু য় অক বৰ্ত্তমান আলোচনাত বিবল বৰ্ণৰূপে স্বীকৃতি দিয়া হৈছে। ইহঁতৰ প্ৰয়োগ বিশ্লেষণ কৰিলে দেখা যায়ঃ

ৱ আৰু য় শব্দৰ আদিতে স্বৰ-পূৰ্ব্ববৰ্ত্তী অবস্থানত পোৱা নাযায়।

পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনৰ লগত সংযুক্ত অবস্থানত ৱ অৰ ও উ আৰু য় অৰ এ' ই ৰ লগত বিৰোধ ঘটা দেখা যায়।

আন্তঃস্বৰ অথবা পদান্ত অবস্থানত ৱ অৰ লগত ও উ নাইবা ইহঁতৰ পৰা হোৱা শ্ৰুতিৰ আৰু য় অৰ লগত এ' ই নাইবা ইহঁতৰ পৰা হোৱা শ্ৰুতিৰ কোনো বিৰোধ নোপজে।

**২.৪৬.১৩** ওপৰৰ প্ৰয়োগ বিশ্লেষণৰ পৰা দেখা গল :

ব্যঞ্জনৰ লগত সংযুক্ত অবস্থানত পোৱা ৱ × ও উ আৰু য় × এ' ই —এই বিৰোধ আন সকলো অবস্থানত নিৰাকৃত হৈ পৰে।

**২.৪৬.১৪** এনে পৰিস্থিতিত বৰ্ণ বিজ্ঞানৰ নিয়ম অনুযায়ী দুই প্ৰকাৰৰ সমাধান বা আলোচনা হ'ব পাৰে।

প্ৰথমতঃ, ও উ আৰু এ' ই ৰ পৰা সৃষ্ট শ্ৰুতিধ্বনি চাৰিওটাকে বিশিষ্ট ধ্বনি অৰ্থাৎ বৰ্ণ বুলি স্বীকৃতি দিব পাৰি। এই দুযোৰ শ্ৰুতিবৰ্ণৰ লগত ব্যঞ্জনৰ পৰৱৰ্ত্তী [ ৱ ] আৰু [ য় ] যথাক্ৰমে একে হৈ পৰিব বা মিলি যাব। অৰ্থাৎ,

[ৱ] = { [ ও̭ ] = ও̭, [ উ̭ ] = উ̭ ;

আৰু,

[য়] = { [ এ̭' ] = এ̭', [ ই̭ ] = [ ই̭ ]।

এই সমাধান অনুযায়ী শ্ৰুতিবৰ্ণ চাৰিটা। এই বৰ্ণবোৰৰ আদ্য প্ৰয়োগ নাই। এতেকে ইইত এই ক্ষেত্ৰত প্ৰয়োগৰ বিসঙ্গতি যুক্ত ও বৰ্ণৰ শাৰীত অন্তৰ্ভুক্ত হ'ব। শব্দৰ মাজত বা অন্তত য'তে শ্ৰুতি ৰূপে উচ্চাৰণ হয় ত'তে ইইতৰ প্ৰয়োগ হ'ব; অৰ্থাৎ ব্যঞ্জনৰ পৰৱৰ্ত্তী অবস্থানত মাথোন স্বৰ আৰু শ্ৰুতিৰ মাজত বিৰোধ দেখা যাব। শ্বাসাঘাত বিহীন অবস্থানত সকলো বিৰোধ নিৰাকৃত হ'লেও মাথোন এঠাইত ( ব্যঞ্জনৰ পিচত সংযুক্ত ৰূপত ) বিৰোধৰ সৃষ্টি কৰা কাৰণেই ইইত বিশিষ্ট বুলি স্বীকৃত হ'ব। এই শ্ৰুতিবৰ্ণবোৰৰ স্বীকৃতিয়ে অক্ষৰ বিশ্লেষণ সুগম কৰিব।

দ্বিতীয় সমাধান মতে দুটা মাথোন বিশিষ্ট অন্তঃস্থ তথা শ্ৰুতিবৰ্ণৰ স্বীকৃতি দিব পাৰি। অৰ্থাৎ, বিৰোধী অবস্থানত পোৱা [ ৱ̮ ] (= ৱ ) আৰু [ য় ] (= য় ) মাথোন বৰ্ণ। বাকী বিৰোধ বিহীন শ্ৰুতি [ ও̣ ] আৰু [ উ̭ ] যথাক্ৰমে ও আৰু উ স্বৰৰ উপধ্বনি বুলি গৃহীত হব। সেইদৰেই, [ এ̭' ] আৰু [ই̭] ও যথাক্ৰমে এ' আৰু ই স্বৰৰ উপধ্বনি হব। অৰ্থাৎ শ্বাসাঘাতবিহীন অবস্থানত অন্য স্বৰৰ পিচত উচ্চাৰিত [ ও̭ ], [ উ̭ ] যথাক্ৰমে ও, উ ৰ আৰু [ এ̭' ], [ ই̭ ] যথাক্ৰমে এ', ই ৰ উপধ্বনি।

দ্বিতীয় সমাধান অনুসৰি অসমীয়া বৰ্ণমালাত বৰ্ণৰ সংখ্যা দুটা তাকৰ হ'ব; প্ৰয়োগৰ বিসঙ্গতিযুক্ত বৰ্ণও মাথোন এটাহে হ'ব। আনহাতে দীৰ্ঘ স্বৰৰ সংখ্যা বঢ়াৰ. ফলত স্বৰবৰ্ণৰ ৰূপ চানেকি ক্ৰুটিহীন হ'ব, আৰু অক্ষৰ বিশ্লেষণ আপেক্ষিক ভাবে জটিল হৈ পৰিব।

**২.৪৬.১৫** ওপৰৰ আলোচনাৰ পৰা দেখা গল যে প্ৰথম আৰু দ্বিতীয় সমাধানৰ ভিতৰত কোনোটোৱেই অধিকতৰ ফলদায়ক নহয়। দুয়োটা সমাধানৰে সুবিধা আৰু অসুবিধা প্ৰায় সমান সমান। গতিকে ইইতৰ যি কোনো এটাক যথেচ্ছ ভাবে গ্ৰহণ কৰিব পাৰি। তথাপি, বৰ্ত্তমান আলোচনাত দ্বিতীয় সমাধানটোহে গ্ৰহণ কৰা হৈছে। তাৰ কাৰণবোৰ হল:

প্ৰথম: সংযুক্ত ৰূপত **ৱ** অৰ প্ৰয়োগ মাথোন দুটা ব্যঞ্জনৰ লগত পোৱা যায়: **দ্ৱ** আৰু **স্ৱ** সংস্কৃত তৎসম শব্দ কেইটামানত উচ্চাৰিত হয়। **দ্ৱ** অৰ **দও, দউ,** আৰু **স্ৱ** অৰ **সও, সউ** ৰ সৈতে বিৰোধ ঘটে। শব্দৰ মাজত সাধাৰণতে **দ্ৱ** আৰু **স্ৱ** যথাক্ৰমে **দদ** আৰু **সস** ৰূপে উচ্চাৰিত হৈ ওপৰত উল্লেখ কৰা বিৰোধ নিবাকৰণ কৰে।

দ্বিতীয়: **য়**-সংযুক্ত বৰ্ণ **ৱ**-সংযুক্ত বৰ্ণতকৈ অধিক। ইইতৰ **ৱ** অৰ প্ৰয়োগ সীমাবদ্ধ যেতিয়া **য়** অবো প্ৰয়োগ সীমাবদ্ধ কৰি দুয়োটাকে একে লগে বিৰল বৰ্ণ বুলি ধৰিব পাৰি। তেতিয়া **ৱ** আৰু **য়** অৰ প্ৰয়োগ একে হ'ব, **ও উ** আৰু **এ' ই** বো উপধ্বনিবোৰৰ মিল থাকিব।

তৃতীয়: **ৱ** আৰু **য়** অৰ প্ৰয়োগৰ সীমাবদ্ধতাই দ্বিত্ব স্বৰ অৰ্থাৎ দীৰ্ঘ স্বৰৰ ৰূপ চানেকি সম্পূৰ্ণ কৰি তুলিব। **অঅ** আৰু **আআ** ৰ লগত তেতিয়া **ইই, এ'এ', ওও** আৰু **উউ** কো ধৰিব পৰা যাব।

চতুৰ্থ: অন্ত.স্থ বৰ্ণৰ সংখ্যা দুটা কমিব, অৰ্থাৎ, **ও̭ উ̭ এ̭' ই̭** এই চাৰিটাৰ ঠাইত মাথোন **ৱ** আৰু **য়** হে হ'ব।

পঞ্চম: সদৌ শেহত মন কৰিব লগীয়া কথা হল, কেবল সংস্কৃতজ্ঞ লোকৰ সচেষ্ট উচ্চাৰণতহে **দ্ৱ, স্ৱ** শুনা যায়। পণ্ডিত সকলেও সাধাৰণতে এইবোৰ উচ্চাৰণ নকৰে। শব্দৰ আদিতে থাকিলে এই সংযুক্ত বৰ্ণ দুটাৰ যথাক্ৰমে **দ** আৰু **স,** আৰু মাজত হ'লে **দদ** আৰু **সস** ৰূপে উচ্চাৰণ হয়।

সেইবোৰ বিচাৰৰ পৰা দ্বিতীয় সমাধানটো আপেক্ষিক ভাবে বেছি গ্ৰহণযোগ্য বুলি ক'ব পাৰি।

**২.৪৬.২০ অন্তঃস্থ বৰ্ণ দুটাৰ আলোচনা।**

**২.৪৬.২১ ওষ্ঠ্য ৱ বৰ্ণ।** ই এটা দ্ব্যোষ্ঠ্য সঘোষ অনিয়ত অঘৃষ্টাভাস বৰ্ণ। ইয়াৰ প্ৰয়োগ বিৰল। শব্দৰ আদিতে আৰু মাজত **দৱ** আৰু **সৱ** ৰূপত **ও উ ৰ** সৈতে বিৰোধ ঘটে, **সৱ** ৰূপত **ৱ** অৰ আৰম্ভণি অঘোষ। যেনে,

| | | |
|---|---|---|
| **সৱআমঈ,** 'স্বামী' | × | **সওআলঈ,** 'ছোৱালী', |
| | × | **সউআ,** 'চুৱা', |
| **গওসৱআমঈ,** 'গোস্বামী' | × | **মঅসওআই,** 'মচোৱাই' |
| | × | **গউসউআলঈ,** 'গুচুৱালি', |
| **দৱআৰঅকআ,** 'দ্বাৰকা' | × | **দউআৰ,** 'দুৱাৰ', ইত্যাদি। |

**২.৪৬.২১১ দৱ, সৱ** শব্দৰ আদিতে বিকল্পে যথাক্ৰমে **দ, স** আৰু শব্দৰ মাজত যথাক্ৰমে **দদ** আৰু **সস** হয়। যেনে,

**দৱআৰঅকআ~দআৰঅকআ,** 'দ্বাৰকা',

**দৱআৰআ~দআৰআ,** 'দ্বাৰা',

**সৱআমঈ~সআমঈ,** 'স্বামী',

**সৱঅৰ~সঅৰ,** 'স্বৰ',

**হঅ'ৰইদৱআৰ~হঅ'ৰইদদআৰ,** 'হৰিদ্বাৰ',

**ঈসৱঅৰ~ঈসসঅৰ,** 'ঈশ্বৰ',

**বইসৱআস~বইসসআস,** 'বিশ্বাস',

**গওসৱআমঈ~গওসসআমঈ,** 'গোস্বামী', ইত্যাদি।

সৰ্ব্বসাধাৰণ, বিশেষকৈ অশিক্ষিত লোকৰ মুখত **দৱ** অ **ক সৱ** অৰ ঠাইত সকলো পৰিবেশতে যথাক্ৰমে কেৱল **দ** আৰু **স** অহে শুনা যায়।

**২.৪৬.২২ তালব্য য় বৰ্ণ।** ই এটা তালব্য সঘোষ অনিয়ত অঘৃষ্টাভাস বৰ্ণ। ইয়াৰ প্ৰয়োগ বিৰল। শব্দৰ আদিতে স্বৰৰ পূৰ্ব্ববৰ্ত্তী অবস্থানত ইয়াক পোৱা নাযায়।

সংযুক্ত ৰূপত শব্দৰ আদিতে **ত ৰ খ ধ ম ন স য** বৰ্ণৰ পিচত আৰু শব্দৰ মাজত **ত ক ব দ থ খ ভ ধ ম ন স য** বৰ্ণৰ পিচত ইয়াক পোৱা যায়। এনে পৰিবেশত **য়** অৰ **এ এ' ই ৰ** সৈতে বিৰোধ ঘটে।

অঘোষ বৰ্ণৰ পিচত, বিশেষকৈ **স** বৰ্ণৰ পৰবৰ্ত্তী **য়** অঘোষ হৈ আৰম্ভ হয় আৰু তৎমুহূৰ্ত্ততে সঘোষ হৈ পৰে।

**ন** অৰ পৰবৰ্ত্তী **য়** সদায় সম্পূৰ্ণ ৰূপে অনুনাসিক হৈ উচ্চাৰিত হয়।

২.৪৬.২২১ বিৰোধৰ উদাহৰণ ; যেনে,

| | | |
|---|---|---|
| **নয়আএ'**, 'ন্যায়' | × | **নইআই,** 'নিয়াই' , |
| | × | **নইআএ'**, 'নিয়ায়' ; |
| **তয়আগ,** 'ত্যাগ' | × | **তইআম,** 'তিয়াম' ; |
| | × | **ষইআল,** 'শিয়াল' ; |
| **সয়আম**, 'শ্যাম' | × | **সইআম**, 'চিয়াম' ; |
| | × | **ষইআন**, 'সিয়ান' ; |
| **অনয়আএ'**, 'অন্যায়' | × | **খঅনইআই**, 'খনিয়াই' , |
| **বঅনয়আ**, 'বন্যা' | × | **বঅনইআ,** 'বনিয়া' , |
| **ষউনয়অ**, 'শূন্য' | × | **ধউনইআ,** 'ধুনীয়া' ; |
| **অৰঅনয়অ,** 'অৰণ্য' | × | **ৰঅৰঅনইঅ,** 'ৰৰণীয়' ; |
| **অহঅলয়আ**, 'অহল্যা' | × | **ৰঅখঅ'লইআ**, 'ৰখলিয়া' , |

ইত্যাদি।

২.৪৬.২২২ সৰ্ব্ব সাধাৰণৰ মুখত শব্দৰ আদ্য ব্যঞ্জনৰ পৰবৰ্ত্তী **য়** সদায় **ই** ৰূপে শুনা যায়। শব্দৰ মাজত হ'লে অপিনিহিতি ঘটে অৰ্থাৎ **য়** পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনটোৰ আগলৈ যায়। তেতিয়া আগৰ অক্ষৰৰ স্বৰ আৰু ব্যঞ্জনৰ মাজত সোমাই পৰা **য়** টো **ই** অথবা **এ'** স্বৰৰ উপধ্বনি ৰূপে গৃহীত হয়। যেনে,

**নইআই,** 'নিয়াই' অথবা 'ন্যায়' ,

**তইআগ,** 'তিয়াগ' অৰ্থাৎ 'ত্যাগ' ,

**সইআম,** 'চিয়াম' অথবা 'শ্যাম' ;

**ষউইনঅ,** 'শুইন' অৰ্থাৎ 'শূন্য' ;

**পউইনঅ,** 'পুইন' অৰ্থাৎ 'পুণ্য' ;

**অহঅ'ইলআ**, 'অহৈল' অৰ্থাৎ 'অহল্যা' , ইত্যাদি।

## ২.৫০ সংযুক্ত ব্যঞ্জন

### ২.৫১ সংযুক্ত বৰ্ণৰ সাধাৰণ আলোচনা।

অসমীয়া ভাষাত অনেক সংযুক্ত ব্যঞ্জন বৰ্ণ পোৱা যায়। এইবোৰৰ অধিক ভাগ পোৱা যায় সংস্কৃত তৎসম আৰু বিদেশী ঋণ শব্দত। তদ্ভৱ শব্দবোৰত সংস্কৃতৰ পৰা মধ্য ভাৰতীয় আৰ্য্য ভাষাৰ স্তৰবোৰ সৰকি অসমীয়া পাওঁতে কেইটামান বিশেষ সংযুক্ত বৰ্ণৰ বাহিৰে আন সকলোবোৰ সৰলীভূত হৈ একাকী ব্যঞ্জনত পৰিণত হল। সেয়েহে উজনি অসমৰ ভাষাটোত সংযুক্ত ব্যঞ্জনৰ উচ্চাৰণ নিচেই তাকৰ।

নামনি অসমৰ ভাষাত আৰম্ভণিতে শব্দৰ আদিত এটা গুৰু শ্বাসাঘাতৰ সৃষ্টি হ'ল। এই শ্বাসাঘাতৰ প্ৰভাৱত তদ্ভৱ শব্দবোৰত মাজৰ আপেক্ষিক ভাবে লঘুতৰ বা লঘুতম শ্বাসাঘাতযুক্ত অক্ষৰৰ আধাৰ অৰ্থাৎ স্বৰবৰ্ণবোৰ লোপ পালে; নাইবা, অপিনিহিতি হৈ পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনৰ আগলৈ স্থানান্তৰ ঘটিল। ফলত একাধিক ব্যঞ্জন একেৰাহে উচ্চাৰিত হৈ নামনি অসমৰ ভাষাটোত সংযুক্ত ব্যঞ্জনৰ পৰিমাণ ভালেমান বঢ়ালে।

উজনি অসমৰ ভাষাত শ্বাসাঘাত শব্দৰ মাজত পৰে। গতিকে শব্দৰ মাজৰ স্বৰবৰ্ণবোৰ স্পষ্ট ভাবে উচ্চাৰিত হোৱাত তদ্ভৱ শব্দত সংযুক্ত ব্যঞ্জন নোহোৱা হ'ল। উনৈশ শতিকাৰ মাজভাগত আমেৰিকান বেপ্টিষ্ট মিছনাৰী সকলে শিৱসাগৰ অঞ্চলৰ ভাষা শিকি সেই ভাষাকে পোন প্ৰথমে আধুনিক সাহিত্যত সাধু ভাষাৰ মৰ্য্যাদা দান কৰিলে। কাল ক্ৰমত সেই ভাষাই অসমীয়া লিখিত সাধু মান ভাষা ৰূপে পৰিগণিত হ'ল।

মিছনাৰী সকলে অসমীয়া ভাষাটো যেনে ৰূপে শুনিছিল তেনেৰূপেই লিখিত গঢ় দিবলৈ চেষ্টা কৰিছিল। তাৰ নিদৰ্শন সেই কালৰ খৃষ্টিয়ান অসমীয়া সাহিত্যত পোৱা যায়। অসমীয়া সাহিত্যিক সকলৰ আগৰণুৱা সকলে, যেনে, আনন্দৰাম ঢেকিয়াল ফুকন, হেমেশ্বৰ দুহিতৃ পদ্মাৱতী দেবী ফুকননী আদিয়েও মিছনাৰী সকলৰ ভাষাৰ মাধ্যমেৰে সাহিত্য চৰ্চ্চা কৰিছিল। কিন্তু হেমচন্দ্ৰ বৰুৱাই পিচলৈ মিছনাৰী সকলৰ আহি এৰি সংস্কৃতীয়া বানান পদ্ধতি গ্ৰহণ কৰে। তেওঁৰ সমসাময়িক আৰু পৰবৰ্ত্তী সাহিত্যসেৱী সকলেও হেমচন্দ্ৰ

বক্তাকে অনুসৰণ কৰিলে। ফলত, সংস্কৃতীয়া বানান পদ্ধতিৰ পোনপটীয়া প্ৰভাবত সংস্কৃত তৎসম শব্দমালাৰ অবাৰিত গতি আৰম্ভ হ'ল আৰু ক্ৰমে ক্ৰমে আধুনিক অসমীয়া সাহিত্যিক মান ভাষাটো তেনেকৈ সংস্কৃতীয়া হৈ পৰিল। সংস্কৃত তৎসম শব্দবোৰৰ আগমনে ভাষাটোৰ বৰ্ণগত ৰূপ চানেকিবো অশেষ পৰিবৰ্তন সাধিলে ; ভালেমান সংযুক্ত ব্যঞ্জন সোমাল। সময়ৰ সোঁতত নামনি অসমৰ পৰাও সংযুক্ত ব্যঞ্জন-যুক্ত বহুতো তদ্ভৱ শব্দই সাধু ভাষাত স্থান পালে। এনেকৈয়ে অসমীয়া সাধু ভাষাত সংযুক্ত ব্যঞ্জন বৃদ্ধি পোৱা দেখা যায়।

**২.৫২ সংযুক্ত ব্যঞ্জনৰ প্ৰয়োগ।**

**২.৫২.১০** অসমীয়া ভাষাত সংযুক্ত ব্যঞ্জন শব্দৰ আদি, মাজ আৰু শেষ এই তিনিও অৱস্থানতে পোৱা যায়। আদি আৰু মাজত সৰ্ব্বাধিক তিনিটা আৰু শেষত মাথোন দুটা ব্যঞ্জন সংযুক্ত হ'ব পাৰে।

**২.৫২.১১ শব্দৰ আদিতে** পোৱা সংযুক্ত ব্যঞ্জনবোৰ তলত দেখুওৱা হ'ল।

দুটা ব্যঞ্জনৰ সংযুক্ত বৰ্ণবোৰ :

(ক) 'ৰ'-কাৰ সংযুক্ত : **প্ৰ ত্ৰ ক্ৰ ব্ৰ দ্ৰ গ্ৰ ভ্ৰ ধ্ৰ ঘ্ৰ ম্ৰ শ্ৰ স্ৰ হ্ৰ** .

(খ) 'ল'-কাৰ সংযুক্ত : **প্ল ক্ল ব্ল গ্ল ম্ল শ্ল** ;

(গ) 'য'-কাৰ সংযুক্ত : **ত্য ব্য গ্য থ্য ধ্য ম্য ন্য স্য য্য** ;

(ঘ) 'ব'-কাৰ সংযুক্ত : **দ্ব স্ব** ;

(ঙ) প্ৰথম বৰ্ণৰূপে **স** সংযুক্ত : **স্প স্ত স্ক স্থ স্খ স্ম স্ন স্ব স্ল স্য স্ৰ।**

তিনিটা বৰ্ণৰ সংযোগ শব্দৰ আদিতে বৰকৈ প্ৰয়োগ নহয়। সংস্কৃত তৎসম আৰু বিদেশী ঋণ শব্দ কেইবোৰত মাথোন তলৰ সংযুক্ত বৰ্ণ কেইটা পোৱা যায়। ইইতৰ বৈশিষ্ট্য হ'ল এয়ে যে ইইতৰ সদায় প্ৰথম বৰ্ণ **স** আৰু অন্ত্য বৰ্ণ **ৰ**। যেনে,

**স্প্ৰ স্ত্ৰ স্ক্ৰ স্ম্ৰ।**

এই সংযুক্ত বৰ্ণ কেইটাৰ প্ৰথমটো আৰু তৃতীয়টো বিদেশী, বিশেষকৈ ইংৰাজী শব্দত মাথোন উচ্চাৰিত হোৱা শুনা যায়।

**২.৫২.১২** তলত দিয়া বৰ্ণ-সংযুতি কেইটা **পদান্তত** পোৱা যায়। **পদান্ত** সংযুক্ত বৰ্ণবোৰৰ আদ্য ব্যঞ্জন **ৰ ল** আৰু **ম ন** মাথোন হব পাৰে। যেনে,

(ক) **ম্প ম্ভ** ;

(খ) **ন্ত ন্দ ন্ধ ন্স ;**

(গ) **ৰ্ত ৰ্স ৰ্য ৰ্হ** ;

(ঘ) **ল্ক**।

এই সংযুতি বোৰৰ **ম্প ন্স ৰ্ত** কেৱল বিদেশী ঋণ শব্দত উচ্চাৰিত হয়।

**২.৫২.১৩ শব্দৰ মাজত** ভালেমান সংযুক্ত বৰ্ণ প্ৰয়োগ হয়। সকলোবোৰ আদি আৰু অন্ত্য সংযুক্ত বৰ্ণৰ উপৰিও তলৰ তালিকাত দেখুওৱা বৰ্ণ-সংযোগ-বোৰ পোৱা যায়।

**২.৫২.১৪ দ্বিত্ব বা দীৰ্ঘ ব্যঞ্জন**।

দ্বিত ব্যঞ্জনবোৰক দীৰ্ঘ ব্যঞ্জন বুলিও ক'ব পাৰি। অসমীয়াত এঘাৰটা ব্যঞ্জনৰ দ্বিত্ব বা দীৰ্ঘৰূপ পোৱা গৈছে। যেনে,

**প্প ত্ত ক্ক ব্ব দ্দ গ্গ ম্ম ন্ন ঙঙ ল্ল স্স য্য।**

গুৰুত্ববাচক-শ্বাসাঘাতযুক্ত অক্ষৰৰ পৰৱৰ্ত্তী অৱস্থানত সকলোবোৰ অল্প-প্ৰাণ বৰ্ণৰ উচ্চাৰণ দীৰ্ঘ অৰ্থাৎ দ্বিত্ব হ'ব পাৰে। এই একে অৱস্থানত মহাপ্ৰাণ বৰ্ণবোৰৰ নিয়তাংশ মাথোন দীৰ্ঘ হয়।

**২.৫৩ দুটাতকৈ অধিক ব্যঞ্জনৰ সংযোগ।**

**২.৫৩.১০** তিনিটা ব্যঞ্জনৰ সংযোগ হ'লে আদি আৰু অন্ত্য বৰ্ণ সদায় অনিয়ত, আৰু মধ্যবৰ্ত্তী ব্যঞ্জনটো মাথোন নিয়ত ৰূপে পোৱা যায়। যেনে,

আদি বৰ্ণ : **স ৰ ম ন ঙ**,

অন্ত্য বৰ্ণ : **স ৰ য য়**।

তলৰ সংযুক্ত বৰ্ণবোৰৰ প্ৰয়োগ হোৱা দেখা যায়। যেনে,

(ক) **স্প্ৰ স্ত্ৰ স্ক্ৰ স্ম্ৰ** ;

(খ) **ন্ত্ৰ ন্দ্ৰ ন্ধ্ৰ ঙ্ক্ৰ ঙ্গ্ৰ ম্প্ৰ ম্ভ্ৰ** ;

(গ) **ন্ত্য় ন্দ্য় ন্ধ্য় ঙ্গ্য় ঙ্ঘ্য় ঙ্খ্য়** ;

(ঘ) **ৰ্স্স ৰ্য্য ৰ্ত্স ৰ্দ্ধ**।

**২.৫৩.১১** সংযুক্ত ব্যঞ্জনৰ লিখন ৰীতিত বৰ্ণতকৈও আখৰৰ কেতিয়াবা সংখ্যাধিক্য দেখা যায়। বহু সময়ত তিনিটা বা চাৰিটা আখৰ লগ লাগি মাত্ৰ

দুটা বা তিনিটা বৰ্ণহে বুজায়। লিখন ৰীতিৰ এনে খেলিমেলিবোৰ সংযুক্ত ব্যঞ্জনৰ উদ্ধৃতি সম্পৰ্কত আলোচনা কৰি দেখুওৱা হৈছে।

## ২. ৫৪ সংযুক্ত ব্যঞ্জনৰ তালিকা।

**২.৫৪.১০** দুটা বৰ্ণৰ সংযুতি ১৪১টা পোৱা গৈছে। এইবোৰ তালিকাত ক্ৰমিক সংখ্যাৰে দেখুওৱা হৈছে। সংখ্যাবোৰৰ অবস্থানে বৰ্ণবোৰৰ সংযুতি হোৱাটো সূচাইছে।

তালিকাখনত ওপৰৰ পথালি শাৰী সংযুতিৰ দ্বিতীয় অৰ্থাৎ পিচৰ বৰ্ণ আৰু বাওঁ হাতৰ থিয় শাৰী প্ৰথম বৰ্ণ।

তালিকাৰ পিচৰ ছেদত বৰ্ণ-সংযুতিৰ উদ্ধৃতিবোৰ সংখ্যানুক্ৰমত আলোচনা কৰা হৈছে।

### ২.৫৪.১১ সংযুতিৰ তালিকা।

| | প | ত | ক | ব | দ | গ | ফ | থ | খ | ড | ধ | ঘ | স | য | ষ | হ | ম | ন | ঙ | ৰ | ল | য় | ৱ |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| প | ১ | ২ | | | | | | | | | | | ৩ | | | | | ৪ | | ৫ | ৬ | ৭ | |
| ত | ৮ | ৯ | ১০ | | | | ১১ | ১২ | ১৩ | | | | ১৪ | | ১৫ | | ১৬ | ১৭ | | ১৮ | | ১৯ | |
| ক | | ২০ | ২১ | | | | | | ২২ | | | | ২৩ | | | | ২৪ | | | ২৫ | ২৬ | ২৭ | |
| ব | | | | ২৮ | ২৯ | | | | | ৩০ | ৩১ | | | ৩২ | | | | | | ৩৩ | ৩৪ | ৩৫ | |
| দ | | | | | ৩৬ | ৩৭ | | | | ৩৮ | ৩৯ | ৪০ | | | | | ৪১ | | | ৪২ | | ৪৩ | ৪৪ |
| গ | | | | | | ৪৫ | | | | | ৪৬ | | | | | | ৪৭ | ৪৮ | | ৪৯ | ৫০ | ৫১ | |
| ফ | | | | | | | | | | | | | | | | | | | | | | | |
| থ | | | | | | | | | | | | | | | | | | | | | | ৫২ | |
| খ | | | | | | | | | | | | | | | | | ৫৩ | ৫৪ | | | | ৫৫ | |
| ভ | | | | | | | | | | | | | | | | | | | | ৫৬ | | ৫৭ | |
| ধ | | | | | | | | | | | | | | | | | | | | ৫৮ | | ৫৯ | |
| ঘ | | | | | | | | | | | | | | | | | | ৬০ | | ৬১ | | | |
| স | ৬২ | ৬৩ | ৬৪ | | | | ৬৫ | ৬৬ | ৬৭ | | | | ৬৮ | | | | ৬৯ | ৭০ | | ৭১ | ৭২ | ৭৩ | ৭৪ |
| য | | | | | | | | | | | | | | | | | | | | ৭৫ | | ৭৬ | |
| ষ | | | | | | | | | | | | | | | | | | | | | | | |
| হ | | | | ৭৭ | | | | | ৭৮ | | | | | | ৭৯ | | ৮০ | ৮১ | | ৮২ | ৮৩ | | |
| ম | ৮৪ | ৮৫ | | ৮৬ | | | ৮৭ | | | ৮৮ | | | | | | | ৮৯ | | | ৯০ | ৯১ | ৯২ | |
| ন | | ৯৩ | | | ৯৪ | ৯৫ | | ৯৬ | | | ৯৭ | | ৯৮ | ৯৯ | | | ১০০ | ১০১ | | ১০২ | | ১০৩ | |
| ঙ | | ১০৪ | ১০৫ | | | ১০৬ | | | ১০৭ | | | ১০৮ | ১০৯ | ১১০ | ১১১ | ১১২ | | | ১১৩ | | | | |
| ৰ | ১১৪ | ১১৫ | ১১৬ | ১১৭ | ১১৮ | ১১৯ | ১২০ | ১২১ | ১২২ | ১২৩ | ১২৪ | ১২৫ | ১২৬ | ১২৭ | ১২৮ | ১২৯ | ১৩০ | ১৩১ | | | ১৩২ | | |
| ল | ১৩৩ | ১৩৪ | ১৩৫ | | | ১৩৬ | | | | | ১৩৭ | | | | | | ১৩৮ | ১৩৯ | | | ১৪০ | ১৪১ | |
| য় | | | | | | | | | | | | | | | | | | | | | | | |
| ৱ | | | | | | | | | | | | | | | | | | | | | | | |

২.৫৪.১২ ওপৰৰ তালিকাৰ পৰা দেখা গৈছে—আদি বৰ্ণৰূপে **ক ষ য় ৱ** এবে কোনো বৰ্ণ সংযুক্তিৰ সৃষ্টি নহয়। পৰবৰ্ত্তী **ঙ** এবে মাথোন **ঙঙ** হে পোৱা গৈছে, অৰ্থাৎ **ঙ** পৰবৰ্ত্তী বৰ্ণৰূপে আন ব্যঞ্জনৰ লগত সংযুক্ত নহয়। পৰবৰ্ত্তী **ৱ য়** বৰ্ণৰ কথা ইতিমধ্যে (চেদ ২.৪৬) আলোচনা কৰা হৈছে। **বল** আৰু **লধ** সচৰাচৰ স্বৰভক্তি হৈ বিকল্পে **বঅল** আৰু **লঅধ** উচ্চাৰিত হোৱা শুনা যায়। **হথ** সৰ সাধাৰণ বিকল্প **কথ**। **ঙস** মাথোন ব্যক্তিৰ নামবাচক কেইটামান শব্দত উচ্চাৰিত হয়। এনে শব্দত **ঙস** বিকল্পে **ঙষ** ও শুনা যায়।

## ২.৫৫ সংযুক্ত বৰ্ণবোৰৰ উদ্ধৃতি।

**২.৫৫.১০** ওপৰৰ তালিকাত দেখুওৱা বৰ্ণ-সংযুক্তিবোৰ তলত উদাহৰণ দি বুজোৱা হৈছে। উদ্ধৃতিবোৰৰ ক্ৰমিক সংখ্যাই তালিকাভুক্ত সংখ্যাৰ নিৰ্দেশ দিছে।

কিছুমান একে শব্দ বেলেগ বেলেগ ঠাইত উদ্ধৃত হৈছে। যেনে, **অনয়অ,** 'অন্য' নয় অৰ লগত, **অএ'ননঅ,** 'অন্য' নন অৰ লগত উদ্ধৃত হৈছে। 'অন্য' শব্দৰ এই দুয়োটা উচ্চাৰণ বিকল্প বুলি গৃহীত হৈছে। কেতিয়াবা একেজন মানুহৰ মুখত আৰু কেতিয়াবা বেলেগ বেলেগ লোকৰ মুখত এনে বিকল্পৰ উচ্চাৰণ হোৱা হেতু ইয়াত সেইবোৰ দেখুওৱা হৈছে।

(১) **পপ:** বিৰল, মাথোন দুই এটা শব্দত পোৱা যায়। ইয়াৰ লিখিত ৰূপ 'প্প' অথবা 'প্‌প'। যেনে,

**থআপপঅৰ,** 'থাপ্‌পৰ'।

(২) **পত:** শব্দৰ মাজত উচ্চাৰিত হয়। সাধাৰণতে 'প্ত' আখৰেৰে লিখা হয়। বিদেশী ঋণ শব্দত 'প্ট' ব্যৱহাৰ হয়। যেনে,

**ষউপতঅ,** 'সুপ্ত'; **ষঅপতআহ,** 'সপ্তাহ',
**অ'নউত্তঅপতঅ,** 'অনুত্তপ্ত'; **বয়আপতই,** 'ব্যাপ্তি';
**বএপতইসত~বএপতইস,** 'বেপ্টিষ্ট'; ইত্যাদি।

(৩) **পস:** শব্দৰ মাজত ব্যৱহাৰ হয়। লিখিত ৰূপ 'প্স'। যেনে,
**লইপসআ,** 'লিপ্সা'; **ইপসইতঅ,** 'ঈপ্সিত';
**অপসঅৰআ,** 'অপ্সৰা'; ইত্যাদি।

(৪) **পন :** শব্দৰ মাজত পোৱা যায়, লিখিত ৰূপ 'প্ন'। যেনে,
**সঅপনঅ** 'স্বপ্ন'।

(৫) **পৰ :** আদিতে আৰু মাজত পোৱা যায়, 'প্ৰ', 'পৃ' আৰু 'প্‌ৰ'ৰে লিখা হয়। যেনে,

**পৰআন**, 'প্ৰাণ', **পৰঅ'বইন,** 'প্ৰবীণ',
**পৰইতই**, 'প্ৰীতি', **পৰইথইবই,** 'পৃথিবী'
**পৰইথঅক**, 'পৃথক', **বইপৰঅ,** 'বিপ্ৰ',
**ষউপৰঅভআত,** 'সুপ্ৰভাত', **সইপৰআঙ,** 'চিপ্ৰাং' বা 'চিপ্‌ৰাং', ইত্যাদি।

(৬) **পল :** প্ৰয়োগ—আদ্য আৰু মধ্য, 'প্ল' লিখিত ৰূপ। যেনে,
**পলআবঅন,** 'প্লাবন', **বইপলঅব,** 'বিপ্লব',
**পলআসতইক**, 'প্লাষ্টিক' (ইং), ইত্যাদি।

(৭) **পয় :** শব্দৰ মাজত প্ৰয়োগ হয়। লিখিত ৰূপ 'প্য'। যেনে,
**গওপয়অ**, 'গোপ্য'। শব্দ বিৰল।

(৮) **তপ :** প্ৰয়োগ মধ্য, লিখিত ৰূপ 'ৎপ' হয়। যেনে,
**উতপআত,** 'উৎপাত', **বয়উতপঅ'ততই,** 'ব্যুৎপত্তি',
**তঅতপঅৰ,** 'তৎপৰ', **উতপআদঅন,** 'উৎপাদন', ইত্যাদি।

(৯) **তত :** প্ৰয়োগ মধ্য, লিখিত ৰূপ 'ত্ত', 'ত্ত্ব', 'ত্ব', 'ট্ট' আৰু 'ট্ট্'। যেনে,

**বইততঅ,** 'বিত্ত', **উনমঅততঅ,** 'উন্মত্ত',
**তঅততঅ,** 'তত্ত্ব', **ষঅততঅ,** 'সত্ত্ব',
**ষঅ'তইততঅ,** 'সতীত্ব'; **অততঅহআসয়অ,** 'অট্টহাস্য',
**অততআলইকআ,** 'অট্টালিকা', **খঅততআঙগঅ,** 'খট্টাঙ্গ', ইত্যাদি।

(১০) **তক :** প্ৰয়োগ মধ্য, লিখিত ৰূপ 'ৎক'। যেনে,
**উতকঅত,** 'উৎকট', **সইতকআৰ**, 'চিৎকাৰ', ইত্যাদি।

(১১) **তফ :** প্ৰয়োগ মধ্য; লিখিত ৰূপ 'ৎফ'। যেনে
**উতফউলালঅ,** 'উৎফুল্ল'।

(১২) **তথ :** প্ৰয়োগ মধ্য, লিখিত ৰূপ 'ত্থ'। যেনে,
**উতথআপঅন,** 'উত্থাপন', **উতথআন,** 'উত্থান'; ইত্যাদি।

(১৩) **তথ:** প্ৰয়োগ মধ্য, লিখিত ৰূপ 'ৎথ'। যেনে,
**উতথআত,** 'উৎখাত'। শব্দ বিৰল।

(১৪) **তস:** প্ৰয়োগ মধ্য, লিখিত ৰূপ 'ৎস', 'চ্চ' আৰু 'চ্ছ'। যেনে,
**উতসঅ,** 'উৎস' বা 'উচ্চ', **বঅতসঅ,** 'বৎস',
**উতসঅব,** 'উৎসৱ', **উতসআহ,** 'উৎসাহ';
**ইতসআ,** 'ইচ্ছা', **ইতসউক,** 'ইচ্ছুক', ইত্যাদি।

(১৫) **তষ:** প্ৰয়োগ মধ্য, লিখিত ৰূপ 'ৎস'। যেনে,
**উতষঅ,** 'উৎস', **উতষআহ,** 'উৎসাহ', ইত্যাদি।

(১৬) **তম:** প্ৰয়োগ মধ্যবৰ্ত্তী, 'ত্ম' আৰু 'ত্ম্য' লিখিত ৰূপ। যেনে,
**আতমআ,** 'আত্মা', **মঅহআতমআ,** 'মহাত্মা',
**আতমইঅ,** আত্মীয়', **মআহআইতমঅ,** 'মাহাত্ম্য',
ইত্যাদি।

(১৭) **তন:** প্ৰয়োগ মধ্যবৰ্ত্তী, 'ত্ন' লিখিত ৰূপ। যেনে,
**যঅতনঅবআন,** 'যত্নবান', **ৰঅতনআকঅৰ,** 'ৰত্নাকৰ',
**পঅতনই,** 'পত্নী', ইত্যাদি।

(১৮) **তৰ:** আদ্য আৰু মধ্য উভয় পৰিবেশতে পোৱা যায়। লিখিত ৰূপ 'ত্ৰ' আৰু 'তৃ', ঋণ শব্দত 'ট' ও ব্যৱহাৰ হয়। যেনে,

**তৰআন,** 'ত্ৰাণ', **তৰআহই,** 'ত্ৰাহি',
**তৰএ'তআ,** 'ত্ৰেতা', **তৰইকউত,** 'ত্ৰিকূট',
**তৰইন,** 'তৃণ', **তৰইসনআ,** 'তৃষ্ণা',
**মআতৰআ,** 'মাত্ৰা'; **ষঅ'তৰউ,** 'শত্ৰু';
**পইতৰই,** 'পিতৃ', **দউহইতৰই,** 'দুহিতৃ',
**তৰআক,** 'ট্ৰাক' (ইং), **তৰএ'ইন,** 'ট্ৰেইন' (ইং), ইত্যাদি।

(১৯) **তয়:** প্ৰয়োগ আদ্য আৰু মধ্য, 'ত্য', 'ত্ম্য' আৰু 'ট্য' আখৰ
যেনে,

**তয়আগ,** 'ত্যাগ', **তয়অকতঅ,** 'ত্যক্ত',
**মআহআতয়অ,** 'মাহাত্ম্য', **অকআতয়অ,** 'অকাট্য',
**ষঅতয়অ,** 'সত্য', ইত্যাদি।

(২০) **কত :** মধ্য প্ৰয়োগ ; 'ক্ত', আৰু বিদেশী ঋণ শব্দত 'ক্ট' লিখিত ৰূপ। যেনে,

**ভঅকতই**, 'ভক্তি' ; **মউকতই**, 'মুক্তি' ;

**আষঅকতই**, 'আসক্তি' ; **ষঅঙযউকতঅ**, 'সংযুক্ত' ;

**অকতওবঅৰ**, 'অক্টোবৰ' (ইং) ; **তৰএকতঅৰ**, 'ট্ৰেক্টৰ' (ইং) ;

**ৰএকতঅৰ**, 'ৰেক্টৰ' (ইং) ; ইত্যাদি।

(২১) **কক :** মধ্য প্ৰয়োগ ; 'ক্ক', 'ক্ক' আৰু 'ক্য' আখৰ। যেনে,

**মঅককআ**, 'মক্কা' ; **ধআককআ**, 'ঢাক্কা' ;

**পঅককঅ**, 'পক্ক' , **বআইককঅ**, 'বাক্য' ;

**ষআইককঅ**, 'শাক্য' ; ইত্যাদি।

(২২) **কখ :** মধ্য প্ৰয়োগ ; 'ক্ষ' আৰু 'খ্য' আখৰ। যেনে,

**লঅএ'কখঅ**, 'লক্ষ' ; **দঅএ'কখঅতআ**, 'দক্ষতা' ;

**ষআইকখঅ**, 'সাখ্য' , ইত্যাদি।

(২৩) **কস :** মধ্য প্ৰয়োগ ; 'ক্স' বে লিখা হয়। যেনে,

**নঅকসআ**, 'নক্সা' ; **বইকসআ** 'বিক্সা' ; ইত্যাদি।

(২৪) **কম :** মধ্য প্ৰয়োগ , 'ক্স' বে লিখা হয়। যেনে,

**ৰউকমইনই**, 'ৰুক্মিণী' , **ৰউকমই**, 'ৰুক্মী' , ইত্যাদি।

(২৫) **কৰ :** আদ্য আৰু মধ্য প্ৰয়োগ , 'ক্ৰ' আৰু 'কৃ' আখৰ। যেনে,

**কৰঅমইক**, 'ক্ৰমিক' ; **কৰআনতই**, 'ক্ৰান্তি' ;

**কৰইসনঅ**, 'কৃষ্ণ' ; **কৰইপআলউ**, 'কৃপালু' ;

**বইকৰই**, 'বিক্ৰি' ; **আকৰঅমঅন**, 'আক্ৰমণ' ;

**পঅৰআকৰঅম**, 'পৰাক্ৰম' ; **আকৰইতই**, 'আকৃতি' ;

**যঅকৰইত**, 'যকৃৎ' ; ইত্যাদি।

(২৬) **কল :** প্ৰয়োগ আদ্য আৰু মধ্য ; 'ক্ল' আখৰ। যেনে,

**কলআনতই**, 'ক্লান্তি' , **কলএ'ষ**, 'ক্লেশ' ,

**ষউকলঅ**, 'শুক্ল' ; **অকলআনতঅ**, 'অক্লান্ত' ; ইত্যাদি।

(২৭) **কয় :** প্ৰয়োগ মধ্য ; 'ক্য' আখৰ। যেনে,

**বআকয়অ**, 'বাক্য' ; **অ'ইকয়অ**, 'ঐক্য' ;

**সআনঅকয়অ**, 'চাণক্য' ; ইত্যাদি।

(২৮) **বব:** প্ৰয়োগ মধ্যবৰ্ত্তী; আখৰ 'ব্ব' আৰু কেতিয়াবা 'ব্য' যেনে,

**তইব্বঅত,** 'তিব্বত'; **নঅব্বঅ'ই,** 'নব্বৈ',
**সঅ'ব্বইস,** 'চব্বিশ'; **সআব্বইস,** 'ছাব্বিশ';
**কআইব্বঅ,** 'কাব্য'; ইত্যাদি।

(২৯) **বদ:** প্ৰয়োগ মধ্যবৰ্ত্তী, 'ব্দ' লিখিত ৰূপ। যেনে,

**ষঅতআবদই,** 'শতাব্দী', **ষঅবদঅ,** 'শব্দ',
**যঅবদঅ,** 'জব্দ'; **ষআবদইক,** 'শাব্দিক'; ইত্যাদি।

(৩০) **বভ:** প্ৰয়োগ মধ্যবৰ্ত্তী; 'ভ্য' লিখিত ৰূপ। যেনে,

**ষঅএ'বভঅ,** 'সভ্য', **লঅএ'বভঅ,** 'লভ্য',
**অএ'বভআষ,** 'অভ্যাস', **ষঅএ'বভঅতআ,** 'সভ্যতা';
ইত্যাদি

(৩১) **বধ:** প্ৰয়োগ মধ্যবৰ্ত্তী, 'ব্ধ' লিখিত ৰূপ। যেনে,

**সতঅবধঅ,** 'স্তব্ধ'; **খয়ুউবধঅ,** 'ক্ষুব্ধ';
**লঅবধঅ,** 'লব্ধ'; **উপঅলঅবধই,** 'উপলব্ধি'; ইত্যাদি।

(৩২) **বয:** প্ৰয়োগ মধ্যবৰ্ত্তী, 'ব্জ' ৰে লিখা হয়। শব্দ বিৰল। যেনে,

**কউবযঅ,** 'কুব্জ'; **অবযঅ,** 'অব্জ'।

(৩৩) **বৰ:** প্ৰয়োগ আদ্য আৰু মধ্য, 'ব্ৰ' আৰু 'বৃ' আখৰ। যেনে,

**বৰঅহমআ,** 'ব্ৰহ্মা', **বৰঅহমঅপউতৰঅ,** 'ব্ৰহ্মপুত্ৰ';
**বৰইহঅসপঅ'তই,** 'বৃহস্পতি'; **বৰইথআ,** 'বৃথা',
**বৰইহঅত,** 'বৃহৎ'; **তইবৰঅ,** 'তীব্ৰ',
**দইবৰউগঅৰ,** 'ডিব্ৰুগড়', **বইবৰইতই,** 'বিবৃতি';
**পৰঅবৰইততই,** 'প্ৰবৃত্তি'; ইত্যাদি।

(৩৪) **বল:** প্ৰয়োগ আদ্য আৰু মধ্য; শব্দ বিৰল। লিখিত ৰূপ 'ব্ল'। শব্দৰ মাজত **বল** বিকল্পে **বঅল** ও শুনা যায়। যেনে,

**বলএ'দ,** 'ব্লেড' (ইং); **বলআদআৰ** 'ব্লাডাৰ' (ইং);
**তঅবলআ~তঅবঅলআ,** 'তব্‌লা' বা 'তবলা'; ইত্যাদি।

(৩৫) **বয়:** প্ৰয়োগ আদ্য আৰু মধ্য, 'ব্য' লিখিত ৰূপ। যেনে,

**বয়অএ',** 'ব্যয়'; **বয়আধই,** 'ব্যাধি';

### ৩.৩৬ আপেক্ষিক দৈৰ্ঘ্য।

৩.৩৬.১০ শব্দত স্বৰবোৰৰ অৱস্থান ভেদে মাত্ৰাৰ তাৰতম্য হোৱা দেখা যায়।

৩.৩৬.১১ একাক্ষৰী স্বৰান্ত শব্দৰ স্বৰ সৰ্বাতোকৈ দীৰ্ঘ।[২৩] দ্বিতীয় অক্ষৰ মুক্ত হ'লে তাৰ স্বৰ ধ্বনিটোও যথেষ্ট দীৰ্ঘ হয়। তাৰ কাৰণ, সচৰাচৰ এই দ্বিতীয় মুক্তাক্ষৰত শ্বাসাঘাত পৰে।

৩.৩৬.১২ আদি মুক্ত অক্ষৰত শ্বাসাঘাত পৰিলে সেই স্বৰৰ মাত্ৰা দীৰ্ঘ হয়।

৩.৩৬.১৩ দীঘল শব্দৰ শেহৰ ফালৰ স্বৰবোৰতকৈ একেবাৰে অন্তত থকা মুক্ত স্বৰ আপেক্ষিক ভাবে দীৰ্ঘ।

৩.৩৬.১৪ একাক্ষৰী ব্যঞ্জনান্ত শব্দ এটা এটাকৈ মাতিলে তাৰ স্বৰবোৰো মাত্ৰা বৃদ্ধি পায়। (শ্বাসাঘাতৰ আলোচনাত স্বৰৰ আপেক্ষিক দৈৰ্ঘ্যৰ উদাহৰণ দাঙি ধৰা হৈছে।)

### ৩.৪০ স্বৰবৰ্ণৰ ধ্বনিগুণ আৰু প্ৰয়োগ।

স্বৰবৰ্ণবোৰৰ কেইটামান বিশেষ পৰিৱেশত হোৱা ধ্বনিগুণৰ কথা ওপৰত আলোচনা কৰা হৈছে। সেই ধ্বনিগুণৰ বাহিৰেও প্ৰত্যেক স্বৰৰে বেলেগ বেলেগ গুণবিশিষ্ট উপধ্বনি বহুতো পোৱা যায়। সেইবোৰ ইয়াত সুকীয়াকৈ আলোচিত হৈছে।

### ৩.৪১ উচ্চ-প্ৰান্তীয়-বিবৃত ই স্বৰ।

৩.৪১.১০ ই স্বৰৰ আখৰ দুটা, 'ই' আৰু 'ঈ'। ইহঁতৰ গৌণ ৰূপ 'ি' আৰু 'ী' যথাক্ৰমে ব্যঞ্জন বৰ্ণৰ আগত আৰু পাচত ব্যৱহাৰ হয়। আখৰৰ হ্ৰস্ব আৰু দীৰ্ঘত্বই উচ্চাৰণৰ হ্ৰস্ব বা দীৰ্ঘত্ব বুজোৱা।

৩.৪১.১১ মধ্যাক্ষৰত [ ই ] আপেক্ষিকভাবে উচ্চ আৰু স্থিৰ প্ৰান্তীয়

---

২৩. অসমীয়া ভাষাৰ স্বৰবৰ্ণৰ আখৰবোৰেও ব্যঞ্জনৰ আখৰবোৰৰ দৰেই উচ্চাৰণৰ আভাস দিব নোৱাৰে। লিখোঁতে উচ্চাৰণটোৰ লক্ষ্য নৰখাকৈয়ে হ্ৰস্ব আৰু দীৰ্ঘ দুই প্ৰকাৰৰ আখৰ প্ৰয়োগ হয়। অথচ, পৰিৱেশ ভেদে হ্ৰস্ব আখৰৰ দীৰ্ঘ আৰু দীৰ্ঘ আখৰো হ্ৰস্ব উচ্চাৰণ হয়। উদাহৰণ স্বৰূপে, 'কণ', 'তুল', 'পুৰ', 'সুৰ', 'চুল,'—এই শব্দ কেইটাৰ 'ই' আৰু 'উ'-কাৰৰ মাত্ৰা উচ্চাৰণত এক; কিন্তু 'দু কথা', 'দ পুৰণ', 'কি', 'দি থাকা' আদি শব্দৰ 'দু', 'দ', 'কি' আৰু 'দি'ৰ 'উ' আৰু 'ই' উচ্চাৰণত দীৰ্ঘ।

বিবৃত স্বৰ ৰূপে উচ্চাৰিত হয়। শ্বাসাঘাতযুক্ত অথবা পশ্চ-তালব্য ব্যঞ্জনৰ মধ্যবৰ্ত্তী অৱস্থানত আপেক্ষিক ভাৱে উচ্চতা বৃদ্ধি পায়। যেনে,

কইত, 'কীট' ; পইত, 'পীত' ,
খইক, 'শিক' ; পইততঅ, 'পিত্ত' ;
উদভইদ, 'উদ্ভিদ' ; খঅঙগইত, 'সঙ্গীত' ,
বআবখইক, 'বাৰ্ষিক' , কইনতউ, 'কিন্তু' ;
উতখইপতঅ, 'উৎক্ষিপ্ত' , কইসতই, 'কিস্তি' ;
বইকবঅম, 'বিক্ৰম' , ইত্যাদি।

৩.৪১.১২ মুক্ত একাক্ষৰী বা দ্ব্যক্ষৰী শব্দত শ্বাসাঘাতযুক্ত অৱস্থানত আপেক্ষিকভাবে উচ্চ আৰু সুস্থিৰ [ ই ] উচ্চাৰিত হয়। এই [ ই ] দীৰ্ঘও। যেনে,

কই, 'কি' ; খই, 'ঘি' ,
বআকই, 'বাকী' অথবা 'বাকি' , মআতই, 'মাটি' ;
নই, 'নি' ; আখই, 'আঙ্গি' ,
খএ'লই, 'খেলি' , ইত্যাদি।

৩.৪১.১৩ মুক্ত অক্ষৰৰ [ ই ] ওপৰত আলোচিত [ ই ] তকৈ ঈষৎ নিম্ন আৰু শিথিল হয়। পদান্ত হ'লে আপেক্ষিকভাবে ই বেছি শিথিল। যেনে,

মইলঅন, 'মিলন' ; সইকআ, 'সীমা' ;
কইতআপ, 'কিতাপ' , নইচআন, 'নিচান' ;
ভআগইনইএক, 'ভাগিনীয়েক', অ'খইকআৰ, 'অধিকাৰ' ;
যঅ'মইদআৰই, 'জমিদাৰী' ; অ'তইবআহইতঅ, 'অতিবাহিত' ;
ওখঅনই, 'ওখনি' ; কআহইনই, 'কাহিনী' ; ইত্যাদি।

৩.৪১.১৪ দ্বিস্বৰ [ ইয় ]। পিচত অন্য স্বৰ সংযুক্ত হ'লে তালব্য শ্ৰুতি [ য় ] লগ হৈ [ ইয় ] দ্বিস্বৰ সৃষ্টি কৰে। পৰবৰ্ত্তী স্বৰ উচ্চ হ'লে শ্ৰুতি ধ্বনিটোও ভেনেই চুটি যোৱা যেন লাগে। যেনে,

ইয়এ', 'ইয়ে' ; খইয়এক, 'জীয়েক' ;
খইয়আ, 'জীয়া' ; আখইয়আ, 'আজীয়া' ;
বঅ'লইয়আ, 'বলিয়া' ; পইয়অন, 'পিয়ন' ;

দইয়অ, 'দিয়' ,
ৰইয়আল, 'শিয়াল' ,
দইয়ওঁ, 'দিওঁ' ,
ফএ'ৰইয়অ, 'ফেনীয়' ;
কউকঅনঅনইয়এ', 'কুকননীয়ে' ,
ৰইয়উ, 'ৰীউ' ; ইত্যাদি।

৩.৪১.১৪১ অসমীয়া বানানত 'য়'-শ্ৰুতিটো স্পষ্টকৈ লিখি দেখুওৱা হয়। পুৰণি অসমীয়াত আৰু মিছনাৰী সকলৰ ভাষাত শ্ৰুতিটো গৃহীত হোৱা নাছিল আৰু সেয়ে লিখোঁতেও বাদ পৰি গৈছিল। যেনে, 'যদি আমাকে বিলন দিএ ভেকা গিৰিএ, নগলে পাবোনে ?' ( ক. ভ্ৰ. চ. পৃঃ ৩৩ )।

৩.৪১.১৪২ দৰাচলতে -য়- ( সেইদৰে -ৱ- ও ) শ্ৰুতিহে, ই আগৰ নতুবা পাচৰ স্বৰৰ আনুষঙ্গিক ধ্বনি : এটা বিশেষ পৰিবেশত আপোনাআপুনি উচ্চাৰিত হয়। যিবোৰ ধ্বনি বা ধ্বনিৰ গুণ বিজাত অৰ্থাৎ স্বাভাৱিকতে জনা কথা সেইবোৰক বৰ্ণৰ মৰ্য্যাদা দিয়া নহয়। পুৰণি অসমীয়াৰ লিখিত ৰূপ অৰ্থাৎ 'দিএ', 'গিৰিএ' আদি, আৰু মিছনাৰী সকলৰ লিখন ৰীতি বেছি বিজ্ঞানসন্মত। 'দিয়ে' শব্দটো দইএ' = 'দিএ' বুলি লিখিলেও মাতোঁতে অসমীয়া মানুহে ই আৰু এ' ৰ মাজতে চুটিকৈ [ য় ] টো উচ্চাৰণ কৰিবই। সেইকাৰণে অসমীয়া ভাষাৰ বৰ্ণবিজ্ঞানত [ য় ] আৰু [ ৱ ] শ্ৰুতিৰ বিশিষ্ট মৰ্য্যাদা নাই। ওপৰৰ উক্তিবোৰত ভাষাটোৰ এই বৈশিষ্ট্য আলোচনা কৰি দেখুৱাবৰ কাৰণেহে [ য় ] শ্ৰুতিটো ধ্বনিলিপিত লিখি দেখুওৱা হৈছে। বৰ্ণলিপিত সেইবোৰ শব্দ যথাক্ৰমে :

ইএ', ৰইএক, ৰইআ, আৰইআ, বঅ'লইআ, পইঅন, দইঅ, ফএ'ৰইঅ, ৰইআল কউকঅনঅনইএ', দইওঁ আৰু ৰইউ।

৩.৪১.১৫ তালব্য অন্তঃস্থ [ য় ]।

৩.৪১.১৫১ শ্বাসাঘাতবিহীন অক্ষৰত এ' আ অ' উ স্বৰৰ পিচত থাকিলে ই বৰ্ণৰ [ য় ] উচ্চাৰণ হয়। আ ৰ পৰৱৰ্তী [ য় ] ৰ পিচত কোনো ব্যঞ্জন নাথাকিলে ই আপেক্ষিকভাৱে নিম্ন হৈ উচ্চাৰিত হয় আৰু বিকল্পে নিম্নতৰ অন্তঃস্থ [ এ̯ ] ৰূপবিশিষ্ট হৈ পৰে। অনুনাসিক স্বৰৰ পিচত [ য়ঁ ] হয়। যেনে,

[এ'য়] = এ'ই, 'এই' ;
[এ'য়ক] = এ'ইক, 'এইক' ;
[পঅ'অএ'য়] = পঅ'অএ'ই, 'পকেই' ;

[যএ'য়এ'] = যএ'ইএ', 'যেয়ে' ,

[যএ'য়আ] = যএ'ইআ, 'সেইয়া' ;

[আয়এ'~আএ̂এ'] = আইএ', 'আয়ে' ;

[কআঁয়ত] = কআঁইত, 'কাঁইট' ,

[অঘআয়ত] = অঘআইত, 'অঘাইত' ,

[গআয়অক] = গআইঅক, 'গায়ক' ;

[মআয়আ] = মআইআ, 'মায়া' ,

[দআয়ই] = দআইই~দআই, 'দায়ী' ;

[নআয়ইকআ] = নআইইকআ~নআইকআ, 'নায়িকা' ,

[আয়ও] = আইও, 'আয়ো' ,

[দঅ'য়] = দঅ'ই, 'দৈ' ,

[মআদঅ'য়এ'] = মআদঅ'ইএ', 'মাদৈএ' ,

[বআবহঅ'য়ক] = বআবহঅ'ইক, 'বাঢ়ৈক' ;

[যঅ'য়নইক] = যঅ'ইনইক, 'সৈনিক' ,

[যউয়] = যউই, 'জুই' ;

[লউয়ত] = লউইত, 'লুইত' ,

[দউয়ও] = দউইও, 'ছুয়ো' ;

[যউয়ত] = যউইত, 'জুইত' , ইত্যাদি।

উক্তিবোৰৰ প্ৰথম শব্দটোত ধ্বনি লিপিবে উপধ্বনিটো অৰ্থাৎ [ য় ] দেখুওৱা হৈছে। [ য় ] টোৱে যকপাৰ্শ্বত ই বৰ্ণহে লেইটো দেখুৱাই দ্বিতীয় শব্দটো বৰ্ণলিপিত দিয়া হৈছে।

৩.৪১.১৫২ 'দায়ী' আৰু 'নায়িকা' শব্দৰ বিকল্প উচ্চাৰণ হয়। ইহঁতৰ অন্তঃস্থ [ য় ]—'য়' ভেলেই চুটি শ্ৰুতিত পৰিণত হয়। তেতিয়া সেই 'য়' শ্ৰুতিটো পৰৱৰ্তী [ ই ] ধ্বনি আনুষঙ্গিক হৈ পৰে। ফলত শব্দটোৰ উচ্চাৰণে বেলেগ হয়। অৰ্থাৎ 'দায়ী' আৰু 'দাই' = 'দাই'ৰ মাজত পাৰ্থক্য নোহোৱা হবে হয়। সেইদৰে 'নায়িকা' = 'নাইকা'ৰ দৰে শুনা যায়।

৩.৪২ মধ্যসম প্ৰান্তীয় বিবৃত এ' স্বৰ।

৩.৪২.১০ ইয়াৰ লিখিত ৰূপ 'এ'। ব্যঞ্জনৰ লগত সংযুক্ত হ'লে যৌগিক 'ে' ('এ'কাৰ) ব্যঞ্জনটোৰ আগতে লিখা হয়।

৩.৪২.১১ [ এ' ] এটা প্ৰান্তীয় মধ্যনম স্বৰ ; ওঁঠৰ অৱস্থান বিবৃত। বন্ধ অক্ষৰত ই যথেষ্ট উচ্চ আৰু সুস্থিৰ হয়। শ্বাসাঘাতযুক্ত বদ্ধাক্ষৰত ইয়াৰ সুস্থিৰতা আপেক্ষিকভাৱে বেছি। শ্বাসাঘাতযুক্ত মুক্তাক্ষৰত সামান্যভাৱে নিম্ন হয় আৰু সুস্থিৰতাও আপেক্ষিকভাৱে হ্ৰাস পায়। শ্বাসাঘাতবিহীন মুক্তাক্ষৰত ইয়াৰ উচ্চতা সম্পূৰ্ণ মধ্য হয় বুলিব পাৰি ; সুস্থিৰতাও নোহোৱা হয়। যেনে,

বএ'দ, 'বেদ' , অভএ'দ, 'অভেদ' ;
দএ'শ, 'দেশ' ; কএ'শ, 'কেশ' ;
ধএ'ৰ, 'ঢেৰ' ; দএ'শআচআৰ, 'দেশাচাৰ' ;
কএ'ৱঅল, 'কেৱল' , মএলএ', 'মেলে' ;
মআনউহএ', 'মানুহে' ; ইত্যাদি।

৩.৪২.১২ [ এ̭ ] মধ্য তালব্য শ্ৰুতি। ইয়াৰ উচ্চাৰণত জিভা প্ৰায় [ এ' ] স্বৰৰ উচ্চাৰণৰ অৱস্থানত থাকে ; তেতিয়া জিভাৰ কেন্দ্ৰ বা মাজভাগ ঈষৎ সঞ্চালিত হ'লে বায়ুপ্ৰবাহ কলিত হৈ [ এ̭ ] শ্ৰুতিৰ সৃষ্টি কৰে। [ এ' ] স্বৰ আ আৰু অ'ৰ পিচত শ্বাসাঘাতবিহীন অৱস্থানত [ এ̭ ] ৰূপে উচ্চাৰিত হয়। [ আএ̭ ] পদান্তত মাথোন পোৱা যায় ; [ অএ̭ ] শব্দৰ মাজত অথবা পদান্তত প্ৰয়োগ হ'ব পাৰে। অসমীয়াত লিখোঁতে 'য়' নাইবা ঠাইবিশেষে 'ই' আখৰেৰে লিখা হয়। উক্তিবোৰৰ প্ৰথমটোত উপধ্বনিটো দেখুওৱা হৈছে ; দ্বিতীয় শব্দটো বৰ্ণলিপিত আছে। যেনে,

[ধআএ̭] = ধআএ', 'ধায়' ;
[নআপআএ̭] = নআপআএ', 'নাপায়' ;
[লঅ'ৰআএ̭] = লঅ'ৰআএ', 'ল'ৰাই' ;
[মঅএ̭] = মঅএ', 'মই' ;
[বঅএ̭] = বঅএ', 'বয়' ( অৰ্থাৎ 'সি বয়' অথবা 'সি. বয়' ) ;
[কঅএ̭নআ] = কঅএ'নআ, 'কইনা' অথবা 'কয়না' ;
[মঅএ̭নআ] = মঅএ'নআ, 'ময়না' অথবা 'মইনা' ;
[সঅএ̭কইআ] = সঅএ'কইআ, 'শইকীয়া' ,
[ভঅএ̭আ] = ভঅএ'আ, 'ভয়া' ;
[সঅএ̭অন] = সঅএ'অন, 'শয়ন' ;

[মঅএ^ও] = মঅএ’ও, ‘ময়ো’ ,

[নঅকঅএ^ও] = নঅকঅএ’ও, ‘নকয়ো’ , ইত্যাদি।

৩.৪২.১৩ পদান্ত মুক্তাক্ষৰত আ ৰ পিচত মাথোন কিছুমান শব্দত ই আৰু এ’ ৰ বিৰোধ ঘটে, অন্য স্বৰৰ পিচত নহয়; অৰ্থাৎ বিৰোধবিহীন অবস্থানত দুয়োটা স্বৰ মিলি ( phonemic overlapping ) যায়। আকৌ সংযুক্ত আই ৰ পিচত এ’ এ আ অ অ’ ও থাকিলে ই ৰ উপধ্বনি [ য় ] যথেষ্ট নিম্ন হয় আৰু এ’ ৰ উপধ্বনি [ এ^ ] ৰ সমধ্বনিগুণ বিশিষ্ট হৈ পৰে। যেনে, ‘মায়া’ = [ মআইআ = মআএ^আ ] = মআইআ = মআএ’আ, ‘আইও’ ( অৰ্থাৎ ‘মাও’ ) আৰু ‘আয়ও’ ( অৰ্থাৎ ‘অধিক উপাৰ্জনো’ ) দুয়োটা শব্দ একাকাৰ হয়, [ আয়ও = আএ^ও ] = আইও = আএ’ও। সেইদৰে, ‘ভায়েক’ = [ ভআয়এক = ভআএ^এক ] = ভআইএক = ভআএ’ক ; ইত্যাদি। কিন্তু পদান্তত,

[খআয়] = খআই, ‘খাই’, ( যেনে ‘সি ভাত খাই আছে।’ ),

[খআএ^] = খআএ’, ‘খায়’, ( ‘সি ভাত খায়, মই কটি খাওঁ।’ ) এই শব্দ দুটাত ই আৰু এ’ ৰ বিৰোধ স্পষ্ট।

৩.৪২.১৩১ এনে পৰিস্থিতিত স্বেচ্ছাৰ (arbitrariness ) আশ্ৰয় ল’ব লগা হয়। সেয়েহে যথেচ্ছভাবে আ ৰ পৰবৰ্তী সকলোবোৰ [ য় ] অথবা [ এ^ ] প্ৰভৃতি শব্দৰ মাজত হ’লে ই ৰ আৰু পদান্তত বিৰোধবিহীন যেন দেখিলে ই অথবা এ’ ৰ উপধ্বনি বুলি গ্ৰহণ কৰা হৈছে।

৩.৪৩ মধ্যাভাস প্ৰান্তীয় বিবৃত এ স্বৰ।

৩.৪৩.১০ এ স্বৰৰ কাৰণে সুকীয়া আখৰ নাই। এ’ আৰু এ দুয়োটাকে অসমীয়াত একেটা আখৰেৰে লিখা হয়।

৩.৪৩.১১ [ এ ] মধ্য প্ৰান্তীয় স্বৰবোৰৰ ভিতৰত নিম্নতম ; ওঁঠৰ অবস্থান বিবৃত, দাঁত দুপাৰি যথেষ্ট ফাঁক হৈ পৰে। বদ্ধাক্ষৰত ইয়াৰ উচ্চাৰণ হয়। খাসাখাডযুক্ত হ’লে ঈষৎ মুখিৰ। পৰবৰ্তী অক্ষৰত এ আ অ থাকিলেও ইয়াক মুক্তাক্ষৰত শিথিল ৰূপে পোৱা যায়। যেনে,

| | |
|---|---|
| অলএখ, ‘অলেখ’ ; | এক, ‘এক’ , |
| বএল, ‘বেল’ ; | পএক, ‘পেক’ ; |
| অনএক, ‘অনেক’ ; | হৃঅৰএন, ‘হৃৰেন’ ; |

সউবএন, 'সুবেন' ; পউতএক, 'পুতেক' ;
তএলএকআ, 'টেলেকা' ; মএখএলআ, 'মেখেলা' ;
মঅঙকএত, 'সংকেত' ; বএলতআ, 'বেলটা' ;
বএঁতঅনই, 'বেঁতনি' ; ফএঁসআ, 'ফেঁচা' ; ইত্যাদি।

৩.৪৩.১২ অনুনাসিক [ এঁ ] ওপৰত আলোচিত [ এ ] ৰ সমধ্বনিগুণ বিশিষ্ট। ই বন্ধাক্ষৰত অথবা পৰৱৰ্তী অক্ষৰত যিকোনো স্বৰ থাকিলেও আগৰ মুক্তাক্ষৰত বহিব পাৰে। যেনে,

কএঁসই, 'কেঁচী' ; ফএঁসই, 'ফেঁচী' ;
কএঁকওবআ, 'কেঁকোবা' ; ইত্যাদি।

৩.৪৩.১৩ পৰৱৰ্তী অক্ষৰত এ' অ' ও স্বৰ থাকিলে এ স্বৰৰ উচ্চাৰণ যথেষ্ট উন্নত আৰু পদান্ত মুক্ত এ' ৰ প্ৰায় সমধ্বনিগুণ বিশিষ্ট হয় যেন লাগে। কোনো কোনো লোকৰ উচ্চাৰণত এনে পৰিবেশত এ ৰ ঠাইত এ' আদেশ হোৱাও দেখা যায়। যেনে,

সএকঅ'নই, 'চেকনি' ; মএলএ', 'মেলে' ;
দএখএ', 'দেখে' ; মএলএ'কই, 'মেলেকী' ;
খএলওঁ, 'খেলোঁ' ; তএকওলআ, 'তেকোলা' ;
মএখওন, 'মেখোন' ; ইত্যাদি।

৩.৪৩.১৪ আ ৰ লগত অৰ্থাৎ এআ স্বৰ সংযুক্তিত [ এ ] ৰ পিচত অতি নিম্ন তালব্য শ্ৰুতি এটাৰ আগম হৈ [ এএ̯আ ] ৰূপে উচ্চাৰণ হয়। লিখোঁতে তালব্য শ্ৰুতিটো 'য়' আখৰেৰে লিখি স্বৰবৰ্ণ দুটা বেলেগে দেখুওৱা হয়। শ্ৰুতি ধ্বনিটো [ এ ] ৰ লগৰে বিজাত ধ্বনিগুণ। এতেকে তাক লিখিত ৰূপত স্বীকৃতি নিদিলেও ভুল নহয়। পুৰণি অসমীয়াত 'য়' লিখা হোৱা নাছিল। যেনে,

[বএএ̯আ] = বএআ, 'বেয়া' ;
[কএঁএ̯আ] = কএঁআ, 'কেঁঞা' , ইত্যাদি।

এনে শব্দ অসমীয়া ভাষাত বৰ বেছি পোৱা নাযায়।

৩.৪৪ নিম্ন কেন্দ্ৰীয় আ স্বৰ।

৩.৪৪.১০ এই স্বৰৰ উচ্চাৰণ-স্থান আনবোৰ স্বৰতকৈ কিছু বিস্তৃত। ই কেতিয়াবা দৃঢ়, কেতিয়াবা ঈষৎ পশ্চ, কেতিয়াবা আকৌ ঈষৎ উন্নত হয়

৩.৪৪.১১ ইয়াৰ আখৰ 'আ'; ব্যঞ্জন সংযুক্ত 'আ' কেৱল 'া' ('আ'-কাৰ) এৰে ব্যঞ্জনৰ পিচত লিখা হয়।

৩.৪৪.১২ আএ সংবৃত্তিত আ ৰ উচ্চাৰণ [ আএ ] হয়। ইয়াৰ [আ] ৰ জিহ্বাকেন্দ্ৰৰ কিছু আগত উচ্চাৰণ হয় আৰু ঠিক পিচতে এটা অতি চুটি নিম্ন তালব্য শ্ৰুতি [ এ ] ওপজে। যেনে,

[লআএএক] = লআএক, 'লায়েক';

[যআএএক] = যআএক, 'জায়েক'; ইত্যাদি।

৩.৪৪.১২১ কেতিয়াবা শ্ৰুতি ধ্বনিটো দীৰ্ঘ আৰু বেছি স্পষ্টকৈ উচ্চাৰণ হয়। তেতিয়া শব্দটোৰ বৰ্ণাত্মক ৰূপ সম্পূৰ্ণ বেলেগ হৈ পৰে। ওপৰৰ শব্দ দুটা, যেনে,

[লআয়এক] = লআইএক, 'লায়েক';

[যআয়এক] = যআইএক, 'জায়েক', ইত্যাদি।

৩.৪৪.১২২ [ আএএ ] উচ্চাৰণৰ [ এ ] শ্ৰুতি [ এএ ] ৰূপে গ্ৰহণ কৰিবৰো থল আছে। অৰ্থাৎ এ স্বৰৰ আগত অথবা পাচত আ সংযুক্ত স্বৰ ৰূপে থাকিলে এ ৰ উচ্চাৰণ যথাক্ৰমে [ এএ ] আৰু [ এএ ] হয় বুলি দেখুৱাব পাৰি। বৰ্ত্তমান আলোচনাত শ্ৰুতি [ এ ] ক [আএ ] ৰ লগৰ বুলি গ্ৰহণ কৰাৰ কাৰণ অসমীয়া ভাষাটোৰ ধ্বনিগত ৰূপ চানেকি। উজনি অসমৰ ভাষাটোত ( বৰ্ত্তমান আলোচনাও সেই ভাষাৰ ভিত্তিতহে কৰা হৈছে ) অৱনত বিস্বৰৰ উচ্চাৰণ অধিক; উন্নত বিস্বৰ প্ৰায় বিৰল। [ আএ ] অৱনত বিস্বৰ, [ এএ ] উন্নত বিস্বৰ। এতেকে [ আএ ] ৰ স্বীকৃতি ভাষাটোৰ ধ্বনিগত ৰূপ চানেকিৰ লগত খাপ খাই পৰিব।

৩.৪৪.১২৩ আ স্বৰৰ পিচত উচ্চ প্ৰান্তীয় ই স্বৰ থাকিলে আ ৰ পিচৰ শ্ৰুতিটো অতি উন্নত, চুটি আৰু [ ই ] গুণ বিশিষ্ট হয়। আ ৰ পৰবৰ্তী ই বো অতঃস্থ [ য় ] ৰূপেই উচ্চাৰণ হয়। এতেকে উন্নত, চুটি শ্ৰুতি ধ্বনিটো পিচৰ পূৰ্ণাঙ্গ [ য় ] অত লোমাই পৰে। সেয়ে ইয়াৰ স্বকীয়া অস্তিত্ব কাৰ্য্যত নাথাকে।

৩.৪৪.১৩ আ ৰ পিচতে অ অথবা অ' থাকিলে আ আৰু পিচৰ স্বৰৰ মাজতে মুদীৰ উচ্চ নিম্ন শ্ৰুতি [ ৱ ] ৰ আগম হয়। [ আ ] ৰ উচ্চাৰণ-স্থানো

সামান্য পিচুৱাই যায়। এই শ্ৰুতিযুক্ত [ আও̯ ] ক আ বৰ্ণৰে উপধ্বনি বুলি গ্ৰহণ কৰা হৈছে। [ আও̯ ] ৰ স্বীকৃতিৰ কাৰণো [ আ এ̯] ৰ সৈতে একে। লিখোঁতে 'ৱ'-আখৰেৰে শ্ৰুতি ধ্বনিটো দেখুওৱা হয়। যেনে,

[খআও̯অন] = খআৱঅন, 'খাৱন' ;

[খআও̯অনই] = খআৱঅনই, 'খাৱনি' ;

[খআও̯অ'ৰইআ] = খআৱঅ'ৰইআ, 'খাৱৰীয়া' ;

[দআও̯অ'ৰইআ] = দআৱঅ'ৰইআ, 'ডাৱৰীয়া' ; ইত্যাদি।

৩.৪৪.১৩১ কোনো কোনো লোকে ছুটি শ্ৰুতিধ্বনিটো পূৰ্ণাঙ্গ [ ও̯ ]-[ ৱ ] ৰূপে উচ্চাৰণ কৰে। তেতিয়া তাৰ বৰ্ণাত্মক ৰূপ ও। ওপৰৰ শব্দবোৰ, যেনে,

[খআৱঅন], খআওঅন ;

[খআৱঅনই], খআওঅনই ;

[খআৱঅ'ৰইআ], খআওঅ'ৰইআ ;

[দআৱঅ'ৰইআ], দআওঅ'ৰইআ ; ইত্যাদি।

৩.৪৪.১৩২ পিচত মূলীয় উচ্চ উ অথবা ও থাকিলেও মূলীয় ওষ্ঠ্য শ্ৰুতিৰ উচ্চাৰণ হয়। কিন্তু আ ৰ পৰৱৰ্তী উক্ত স্বৰবোৰবো অন্তঃস্থ [ উ=ৱ ], [ ও=ৱ ] ৰূপে উচ্চাৰণ হোৱা হেতু আ ৰ পিচৰ শ্ৰুতিটো পৰৱৰ্তী অন্তঃস্থ ধ্বনিতে লোমাই পৰে। সেয়ে তাৰ স্বকীয়া অস্তিত্ব কাণত নাবাজে।

৩.৪৪.১৪ পূৰ্ববৰ্তী অক্ষৰত এ' অথবা অ', আৰু ব্যৱধায়ক ব্যঞ্জন সংযুক্ত নহৈ একাকী হ'লে আ ৰ উচ্চাৰণ ঈষৎ উন্নত আৰু কেন্দ্ৰীয় হয়। সংযুক্ত 'ৰ'-কাৰৰ পৰৱৰ্তী অৱস্থানতো এনে উন্নত [ আ ] উচ্চাৰিত হয়। (চাওক ছেদ ৩.৩০)। যেনে,

কঅ'লআ, 'ক'লা' ; লঅ'ৰআ, 'ল'ৰা' ;

ৰঅ'দআলই, 'ৰ'দালি' ; ৰঅ'হআগ, 'ৰ'হাগ' ;

মঅ'ৰআ, 'ম'ৰা' ; নঅ'কঅৰআ, 'নক'ৰা' ;

জএ'ৰআতএ'ৰ, 'জেৰাতেৰ' ; কএ'ৰআসআৰ, 'কেৰাচাৰ' ;

ইত্যাদি।

৩.৪৪.১৪১ পূৰ্ব্ববৰ্ত্তী· আসন্ন ব্যঞ্জন পশ্চ-তালব্য হ'লেও আ ৰ উচ্চাৰণ ঈষৎ উন্নত আৰু পশ্চ হয় অৰ্থাৎ জিহ্বাকেন্দ্ৰৰ অলপ পিচলৈ উচ্চাৰণ হয়। যেনে,

কআৰ, 'কাৰ' , ষআক, 'শাক' ,
বইকআষ, 'বিকাশ' , বঅগআ, 'বগা' ,
অঘআইত, 'অঘাইত' ; খআ, 'খা' , ইত্যাদি।

৩.৪৪.১৫ স্বৰবোৰৰ সাধাৰণ উপধ্বনি সম্পৰ্কত আলোচিত পৰিবেশ ভিন্ন ( ৩.৩০—৩.৩৬ ) আন সকলো অৱস্থানত আ ৰ উচ্চাৰণ নিম্ন কেন্দ্ৰীয়। আগত নাইবা পিচত ই সংযোগ হ'লে ইয়াৰ উচ্চাৰণ অলপ আগলৈ যায়।

৩.৪৫ নিম্ন মূলীয় সংবৃত্ত অ স্বৰ।

৩.৪৫.১০ মূলীয় স্বৰবোৰৰ ভিতৰত অ নিম্নতম। ওঁঠ দুটাৰ সংবৃত্তত্বও ইয়াৰ উচ্চাৰণত সবাতোকৈ কম, প্ৰায় বিবৃত্তৰ দৰেই। ইয়াৰ উচ্চাৰণৰ ক্ষেত্ৰ আ তকৈ আপেক্ষিকভাবে ঈষৎ উন্নত।

৩.৪৫.১১ ইয়াৰ আখৰ 'অ' ; ব্যঞ্জনৰ পৰৱৰ্ত্তী গৌণ ৰূপ শূন্য।

৩.৪৫.১২ অ স্বৰৰ উচ্চাৰণ তলত উল্লেখ কৰা পৰিবেশকেইটাত ঈষৎ উন্নত হয়। যেনে,

(ক) আসন্ন পূৰ্ব্ববৰ্ত্তী অক্ষৰত ই এ' অ' ও উ থাকিলে,
(খ) পশ্চ-তালব্য অথবা ওষ্ঠ্য ব্যঞ্জনৰ পিচত হ'লে ; আৰু
(গ) আসন্ন পৰবৰ্ত্তী অক্ষৰত এ' অ' ও থাকিলে। যেনে,

নইৰঅ, 'নিৰ' ; ৰএ'দঅত, 'ৰেদত' ;
কঅ'ৰঅ, 'ক'ৰ' ; গুঅজঅৰ, 'গুজৰ' ;
পউৰঅন, 'পূৰণ' ; কঅৰএ', 'কৰে' ;
তঅলঅ'তইআ, 'তলতীয়া' ; ৰঅকও, 'ৰকো' ;
কঅথওৰ, 'কঠোৰ' , পঅলঅম, 'পলম' ,
অমঅল, 'অমল' ; ৰঅকঅত, 'ৰকত' ;
খঅৰঅম, 'খৰম' ; পআতঅ, 'পাত' ;
কআমঅত, 'কামত' ; ৰঅলও, 'ৰলো' ;
নঅকঅ'ই, 'নকৈ' ; কওমঅল, 'কোমল' ; ইত্যাদি।

**৩.৪৫.১৩ আসন্ন অকৰত এ আ অ স্বৰ থাকিলে অ ৰ উচ্চাৰণ** স্বাভাবিক নিম্ন হয়। যেনে,

| | |
|---|---|
| **তঅকআ**, 'টকা'; | **দঁাতঅৰ**, 'দাঁতৰ'; |
| **দঅবআ**, 'দবা'; | **তঅৰঅপ**, 'তৰপ'; |
| **থঅপ্পআত**, 'থপাত'; | **থঅৰঅঙআ**, 'ঠৰঙা'; |
| **দঅৱআ**, 'দবা'; ইত্যাদি। | |

**৩.৪৬ মধ্যাভাস মূলীয় সংবৃত্ত অ' স্বৰ।**

**৩.৪৬.১০ এই স্বৰৰ উচ্চাৰণ অ তকৈ যথেষ্ট উচ্চ আৰু ওঁঠ দুটাও** বেচ গোলাকাৰ হৈ পৰে। বক্তাকৰত ই আন সকলোবোৰ স্বৰৰ স্বাভাবিক মাত্ৰাতকৈ আপেক্ষিকভাবে দীৰ্ঘ আৰু ঈষৎ স্থিৰ; আন অৱস্থানত শিথিল।

**৩.৪৬.১১ অনুনাসিক অঁ' কচিৎহে পোৱা যায়।**

**৩.৪৬.১২ ইয়াৰ আখৰ 'অ' অথবা 'অ'.'। ব্যঞ্জনৰ পৰবৰ্তী কণত** মাথোন উৰ্দ্ধকমা (') টোহে দেখুওৱা হয়। যেনে,

| | |
|---|---|
| **কঅ'ত**, 'ক'ত'; | **বঅ'ল**, 'ব'ল'; |
| **গঅ'ল**, 'গ'ল'; | **বঅ'দআলই**, 'ব'দালি', |
| **বঅ'হআগই**, 'ব'হাগী'; | **কঅ'লইআ**, 'ক'লীয়া'; |
| **সঅ'তউৰ**, 'চতুৰ'; | **লঅ'ৰআ**, 'ল'ৰা'; |
| **মঅ'কই**, 'চকী'; | **মঅ'ই**, 'মৈ'; |
| **মআদঅ'ই**, 'মাদৈ'; | **কঅ'ইৰআ**, 'কৈৰা'; |
| **তঅ'উ**, 'টৌ'; | **সঅ'উকআ**, 'চৌকা'; |
| **নইতঅ'উ**, 'নিতৌ'; | **বঅ'নধউ**, 'বন্ধু'; |
| **মঅ'বউ**, 'সৰু'; | **গঅ'বঅ'খইআ**, 'গবখীয়া'; ইত্যাদি। |

**৩.৪৭ মধ্যসম মূলীয় সংবৃত্ত ও স্বৰ।**

**৩.৪৭.১০ ও ক মধ্যসম বুলি কোৱা হৈছে যদিও অকপাৰ্শ্বত ইয়াৰ** উচ্চাৰণ অতি উচ্চ আৰু ওঁঠ দুটাৰ সংবৃত্তত্বও যথেষ্ট বেচি।

**৩.৪৭.১১ অসমীয়া মূলীয় অ' আৰু ও দুয়োটা স্বৰৰ উচ্চাৰণ তুলনা** কৰিলে দেখা যায়—ও ৰ উচ্চাৰণত ওঁঠ দুটা গোলাকাৰ আৰু ঠেক; অ' ৰ উচ্চাৰণত সিমান ঠেক নহয়। জিহ্বামূল ও ৰ ক্ষেত্ৰত যথেষ্ট ওখ আৰু

ঈষৎ কেন্দ্ৰৰ ফাললৈ আগবঢ়া ; অ' ৰ ক্ষেত্ৰত আপেক্ষিকভাবে সামান্য নিম্ন আৰু ঈষৎ পিচফাললৈ হোঁহকা।

বিদেশী মানুহে অসমীয়া ও আৰু অ' ৰ ধ্বনিগুণৰ পাৰ্থক্য ধৰিবলৈ টান পায় ; তেওঁলোকে দুয়োটা স্বৰ প্ৰায় একেদৰে শুনে।

৩.৪৭.১২ ও ৰ আখৰ 'ও'। ব্যঞ্জনৰ লগত যুক্ত হ'লে গৌণ ৰূপ 'ে-া' অৰ্থাৎ বাওঁহাতে 'এ'-কাৰ আৰু সোঁহাতে 'আ'-কাৰ যোগ দি 'ও'-কাৰ দেখুওৱা হয়।

৩.৪৭.১৩ ও ৰ উচ্চাৰণ বদ্ধাক্ষৰত ঈষৎ সুস্থিৰ ; আন অৱস্থানত শিথিল। যেনে,

| | |
|---|---|
| ভওক, 'ভোক' ; | কওভ, 'কোট' ( ইং ) ; |
| ভওলওথআ, 'টোলোঠা' , | ভওদআ, 'ভোদা' ; |
| পওবঅমই, 'পোৰণি' ; | ভএকওলআ, 'ভেকোলা' ; |
| বওকওসআ, 'বোকোচা' ; | মআকও, 'মাকো' ; |
| হআঁকওভআ, 'হাঁকোটা' ; | সআকওলআ, 'চাকোলা' ; ইত্যাদি। |

৩.৪৭.১৪ পূৰ্ব্ববৰ্ত্তী ই এ' এ আ অ উ ৰ লগত সংযুক্ত হ'লে ও ৰ মূলীয়-ঔষ্ঠ্য অন্তঃস্থ ধ্বনি [ ও̯ ]=[ ৱ ] ৰূপে উচ্চাৰণ হয়। ই উ ৰ পিচত [ ও̯ ] যথেষ্ট উন্নত হয় আৰু বহু সময়ত বিকল্পে [ উ̯ ] হোৱাও শুনা যায়। অনুনাসিক স্বৰৰ দৰে ইও অনুনাসিক হয়। ইয়াক লিখোঁতে 'ৱ' আৰু 'ও' ব্যৱহাৰ হয়। যেনে,

| | |
|---|---|
| কঅ'লএ'ও, 'ক'লেও' ; | মআনউহএ'ও, 'মানুহেও' ; |
| যএও, 'সেও' অথবা 'সেৱ' ; | দএও, 'দেও' ; |
| দএওমআ, 'ডেওনা' ; | নআও, 'নাও' ; |
| খআওঁ, 'খাওঁ' ; | পআওমআ, 'পাওনা' ; |
| নআওবআ, 'নাওবা' ; | যএওঁভআ, 'সেওঁতা' ; |
| নএওতআ, 'নেওতা' ; | দএ'খউআওঁতআ, 'দেখুৱাওঁতা' ; |
| নইওঁ, 'নিওঁ' ; ইত্যাদি। | |

৩.৪৭.১৪১ আগত ই এ' এ আ অ ও উ আৰু পিচত এ' এ আ অ

থাকিলে মাজৰ ও ৰ উচ্চাৰণ সদায় ওপৰত আলোচিত [ ও̯ ] হয়। এনে ও সচৰাচৰ 'ৱ' আখৰেৰে লিখা হয়। যেনে,

দএওএ' 'দেৱে' ; নআওঐৰএ', 'নাৱেৰে' ;
ৰএওআ, 'সেৱা' ; তআওআ, 'তাৱা' ;
গআওঁঅৰ, 'গাৱঁৰ' ; নঅকঅওঁএ'ই, 'নকৱেঁই' ,
কঅৰওওৱা, 'কৰোৱা' ; পইওআ, 'পিওৱা' অথবা 'পিউৱা' ;
খউওৱা, 'খুওৱা' অথবা 'খুউৱা' ; ইত্যাদি।

৩.৪৭.১৪২ ব্যঞ্জন বৰ্ণৰ পিচত দুটা ওও লগ লাগিলে খাদাঘাত বিহীন ও ৰ অন্তঃস্থ [ ৱ ] উচ্চাৰণ হয়। যদি দুয়োটাতে খাদাঘাত পৰে (সচৰাচৰ গুৰুত্ব বা জোৰবাচক প্ৰত্যয়—'ও'ৰ পৰা পোৱা ও স্বৰ) তেনেহলে ওও ৰ মাজত চুটি শ্ৰুতি [ ও̯ ] সোমায়। স্বৰ দুটাৰ লগত ইয়াৰ উচ্চতা একে হোৱা কাৰণে শ্ৰুতি ধ্বনিটো কাণত বৰকৈ নাবাজে ; আৰু খুব সত্বৰ সেইকাৰণে লিখোঁতেও ইয়াক বাদ দিয়া হয়। যেনে,

[পঅদও̯ওও] = পঅদওও, 'পদোও' ( জোৰবাচক ) ,
[গআলওঁও̯ঁও] = গআলওঁও, 'গালোঁও' ( জোৰবাচক ) ;
[বঅলও̯ওও] = বঅলওও, 'বলোও' ( জোৰবাচক ) ;
কিন্তু, [ৰও̯ওঁ] = ৰওওঁ, 'শোওঁ' ( 'মই শোওঁ এতিয়া' ) ,
[নওধও̯ওঁ] = নওধও̯ওঁ, 'নোধোওঁ' ('এতিয়া নোধোওঁ'); ইত্যাদি।

৩.৪৭.১৫ আগত ব্যঞ্জন আৰু পিচত এ' আ অ অ' থাকিলে মাজৰ ও ৰ উচ্চাৰণত এটা অতি চুটি মূলীয় [ ও̯ ] = [ ৱ ] শ্ৰুতি লগ লাগে, অৰ্থাৎ ও ৰ উচ্চাৰণ [ ওও̯ ] = [ ওৱ ] হয়। লিখোঁতে শ্ৰুতিটো 'ৱ'ৰে দেখুওৱা হয়। যেনে,

[কওও̯আ] = কওআ, 'কোৱা' ;
[ৰওও̯এ'] = ৰওএ', 'শোৱে' ;
[বঅলওও̯এ'] = বঅলওএ', 'বলোৱে' ;
[পওও̯আলই] = পওআলই, 'পোৱালী' ;
[ৰওও̯অন] = ৰওঅন, 'শোৱন' ;

[বওও̯অন] = বওঅন, 'বোৱন' ;

[নওও̯অনই] = নওঅনই, 'নোৱনি' ;

[পএলওও̯আ] = পএলওআ, 'পেলোৱা' ;

[কঅবওও̯আ] = কঅবওআ, 'কবোৱা' ;

[কঅ'লওঁও̯এ'ই] = কঅ'লওএ'ই, 'কলোঁৱেই' ,

[পঅবহওও̯আ] = পঅবহওআ, 'পঢ়োৱা' , ইত্যাদি ।

৩.৪৮ উচ্চ মূলীয় সংবৃত্ত উ স্বৰ ।

৩.৪৮.১০ উ মূলীয় স্বৰবোৰৰ ভিতৰত উচ্চতম আৰু অতীব সংবৃত্ত স্বৰবৰ্ণ । ও ৰ পৰা ইয়াৰ উচ্চতা অলপ মাথোন বেচি ।

৩.৪৮.১১ ইয়াক 'উ' 'ঊ' এই আখৰ দুটাৰে লিখা হয় । ব্যঞ্জনৰ লগত ইহঁতৰ সংযুক্ত ৰূপ " ু ' আৰু ' ূ ' ) । কিন্তু কেইটামান ব্যঞ্জনৰ লগত ইহঁতৰ গৌণ ৰূপৰ পৰিবৰ্ত্তন ঘটে ।

৩.৪৮.১২ উ ৰ উচ্চাৰণ পশ্চ-তালব্য ব্যঞ্জনৰ পিচত যথেষ্ট উচ্চ হয় । বদ্ধাক্ষৰত ই ঈষৎ সুস্থিৰ ; মুক্তাক্ষৰত ঈষৎ নিম্ন আৰু শিথিল । যেনে,

| | |
|---|---|
| যউসথঅ, 'সুস্থ' ; | কউকউৰ, 'কুকুৰ' ; |
| খউবআ, 'খুৱা' ; | কউনতই, 'কুন্তী' ; |
| মউকউত, 'মুকুট' ; | আৰউৰ, 'আবুৰ' ; |
| পউবঅ'নই, 'পুৰণি' ; | ভইকঅ'হউ, 'ভিকহু' ; |
| গঅ'ৰউ, 'গৰু' ; | ৰউপঅ'হই, 'ৰূপহী' ; |
| যউসবউৰআ, 'শুশ্ৰূষা' ; | যঅ'তৰউ, 'শত্ৰু' ; ইত্যাদি । |

৩.৪৮.১৩ ই এ' আ অ' উ ৰ পিচত সংযুক্ত হ'লে উ ৰ উচ্চাৰণ অনাক্ষৰিক অন্তঃস্থ [ উ̯ ] = অতি উচ্চ [ ৱ ] হয় । অনুনাসিক স্বৰৰ লগত ই অনুনাসিক হৈ পৰে । এই [ উ̯ ] লিখোঁতে 'উ' হয় । অ' ৰ পিচত হ'লে 'ৌ'-কাৰ লিখা হয় । ( উদাহৰণবোৰ বৰ্ণলিপিত দিয়া হৈছে । ) যেনে,

| | |
|---|---|
| [যইউ̯] = যইউ, 'জীউ' ; | যইউত, 'জীউত' ; |
| দএ'উ, 'দেউ' ; | দএ'উতআ, 'দেউতা' ; |
| লআউ, 'লাউ' ; | চঅ'উ, 'চৌ' ; |

যঅ'উ, 'যৌ',
দআউক, 'দাউক';
যআউবই, 'জাউবি';
লঅ'উকইক, 'লৌকিক';
কঅ'উতউক, 'কৌতুক';
মঅ'উখইক, 'মৌখিক';
নঅ'উকআ, 'নৌকা';
চঅ'উতই, 'চৌতি';
দএ'উতই, 'দেউটি';
যআউনই, 'শাউনি' অৰ্থাৎ "শাওনী";
[গঅ'বউউ̯] = গঅ'বউউ, 'গৰুউ' অৰ্থাৎ "গৰুও";
[পউতউউ̯] = পউতউউ, 'পুতুউ' অৰ্থাৎ "পুতুও"; ইত্যাদি।

৩.৪৮.১৪ ব্যঞ্জন বৰ্ণৰ পিচত থকা উ ৰ পিচতে ইয়াতকৈ নিম্নতৰ এ' আ অ' স্বৰ থাকিলে চুটিকৈ উচ্চ মূলীয় [ উ̯ ] শ্ৰুতি ইয়াৰ লগতে উচ্চাৰিত হয়, অৰ্থাৎ উ ৰ উচ্চাৰণ [ উউ̯ ] হৈ পৰে। লিখোতে শ্ৰুতিটো 'ৱ' আখৰেৰে দেখুওৱা হয়। (প্ৰথম দুটাৰ পিচত উক্তিবোৰৰ বৰ্ণগত ৰূপহে দেখুওৱা হৈছে।) যেনে,

[গঅ'বউউ̯এ'] = গঅ'বউএ', 'গৰুৱে';
[পঅ'বউউ̯আ] = পঅ'বউআ, 'পৰুৱা';
গউআহআতই, 'গুৱাহাটী';
কউঅ'নই, 'কুঁৱৰী';
বউঅ'নই, 'তুৱনী';
দএ'উএ', 'দেৱে' অথবা 'দেউৱে';
ঘঅ'বউআ, 'ঘৰুৱা';
খঅ'তউআই, 'খটুৱাই';
মএ'লউঅ'ই, 'মেলুৱৈ'; ইত্যাদি।

৩.৫০ স্বৰ সংযুক্তি।

৩.৫১.১০ অসমীয়া ভাষাত দুটা স্বৰৰ দুহুনি সংযুক্তি পোৱা গৈছে। ইংৰাজৰ এটাও বৰ্ণগত বিষয় নহয়। শ্বাসাঘাতবিহীন অৱস্থানত ই এ' ও উ অন্য স্বৰৰ পিচত অথবা দুটা স্বৰৰ মাজত থাকিলে এনে ধ্বনিগত বিষয়ৰ সৃষ্টি কৰে (ওপৰত আলোচিত স্বৰ-বোৰৰ উপধ্বনি চাওক)।

৩.৫১.১১ তলত দুটা স্বৰৰ সংযুতিবোৰ দেখুওৱা হৈছে। কাঁড় ( → ) চিনেৰে বিকল্পৰ নিৰ্দেশ দিয়া হৈছে।

| | ই | এ' | এ | আ | অ | অ' | ও | উ |
|---|---|---|---|---|---|---|---|---|
| ই | ইই | ইএ' ← | ইএ | ইআ | ইঅ → | ইঅ' | ইও → | ইউ |
| এ' | এ'ই | এ'এ' | ... | ... | . | এ'অ' | এ'ও | এ'উ |
| এ | ... | ... | ... | এআ | এঅ | ... | এও | ... |
| আ | আই | আএ' | আএ | আআ | আঅ | আঅ' | আও | আউ |
| অ | ... | অএ' | ... | ... | অঅ | .. | অও | ... |
| অ' | অ'ই | ... | ... | ... | ... | .. | ... | অ'উ |
| ও | ... | ওএ' | ... | ওআ | ওঅ | ওঅ' | ওও | ... |
| উ | উই | উএ' | ... | উআ | উঅ → | উঅ' | উও → | উউ |

৩.৫২ স্বৰ সংযুতিৰ আক্ষৰিকত্ব।

৩.৫২.১০ **ইই এ'এ' ওও উউ** কিন্তু স্বৰবোৰৰ প্ৰত্যেকেই অবস্থান ভেদে আক্ষৰিক হ'ব পাৰে। কেতিয়াবা ইহঁত ধ্বনিগত দ্বিস্বৰত পৰিণত হয়, অৰ্থাৎ দুটা স্বৰৰ এটাই অনাক্ষৰিক শ্ৰুতিগুণ লাভ কৰে।

৩.৫২.১১ কিন্তু আআ কেতিয়াও দুটা অক্ষৰ ৰূপে পোৱা নাযায়। সেয়ে ইহঁতৰ সংযুতিক দীৰ্ঘ [ আঃ ]=আঃ বুলি কব পাৰি ( ঃ দীৰ্ঘত্বৰ চিন )।

৩.৫২.১২ দুটা স্পষ্ট অক্ষৰ সৃষ্টি কৰা স্বৰ সংযুতি ১৭টা পোৱা গৈছে। ইহঁতৰ প্ৰত্যেকেই সকলো অবস্থানতে আক্ষৰিক। যেনে,

ইএ' ইএ ইআ ইঅ ইঅ',

এআ এঅ,

আএ আঅ আঅ';

অঅ;

ওএ' ওআ ওঅ ওঅ';

উএ' উআ উঅ উঅ'।

৩.৫২.১৩ অনাক্ষৰিক সংযুতিত স্বৰবোৰৰ ক্ৰম মন কৰিবলগীয়া। আ আৰু অ ভিন্ন বাকী স্বৰৰ পিচত সংযুক্ত স্বৰবোৰ সদায় আপেক্ষিকভাবে

নিম্নতৰ। আ সবাতোকৈ নিম্নতম স্বৰ। ইয়াৰ পৰবৰ্ত্তী তিনিওটাই আপেক্ষিক ভাবে উন্নত। অত দুয়োটাই সমস্তৰৰ আৰু আ তকৈ ঈষৎ উন্নত।

৩.৫৩ সংযুক্ত স্বৰৰ ব্যাপ্তি।

৩.৫৩.১০ অসমীয়াত সৰ্ব্বাধিক পাঁচোটা স্বৰ একেলগে সংযুক্ত হ'ব পাৰে।

৩.৫৩.১১ তিনিটা অথবা চাৰিটা সংযুক্ত স্বৰে মাত্ৰ দুটা আৰু পাঁচোটা সংযুক্ত স্বৰে তিনিটা অক্ষৰাধাৰ সৃষ্টি কৰে।

৩.৫৩.১২ তিনিটা স্বৰৰ সংযোগ তলত দেখুওৱাৰ দৰে হ'ব পাৰে।

| পূৰ্ব্ববৰ্ত্তী স্বৰ | | পৰবৰ্ত্তী সংযুতি |
|---|---|---|
| ই আ ও উ | … | এ'ই, |
| ই এ ও উ | … | আই~আএ'; |
| ই উ | … | অ'ই এ'ও; |
| ই ও | … | অএ'; |
| আ | … | ইও ইউ; |
| ই ও উ | … | আও, |
| ই আ ও | … | অও। |

৩.৫৩.১৩ চাৰিটা স্বৰৰ সংযোগ তলৰ দৰে হ'ব পাৰে। যেনে,

| পূৰ্ব্ববৰ্ত্তী সংযুতি | | | পৰবৰ্ত্তী সংযুতি |
|---|---|---|---|
| এ'ই ইও ইউ আই আও অএ' অও অ'ই অ'উ উই | | … | এ'ই; |
| ইও এ'ই এও অ'ই | .. | … | … আই। |

৩.৫৩.১৪ পাঁচোটা স্বৰৰ সংযোগ দুটা মাথোন পোৱা গৈছে। যেনে, আইউএ'ই আৰু উআইএ'ই।

৩.৫৪ স্বৰ সংযোগৰ উদাহৰণ আৰু আলোচনা।

৩.৫৪.১০ দুটা স্বৰৰ সংযুতি :

ইএ' : সচৰাচৰ পদান্তত পোৱা যায়। যেনে,

দইএ', 'দিয়ে'; নঅ'দইএ', 'নদীয়ে';

কউকঅনঅনইএ', 'ফুকননীয়ে'; মআনইএ', 'মানীয়ে';

ধঅনইএ', 'ধনীয়ে'; ইত্যাদি।

ইএ : সচৰাচৰ শব্দৰ মাজত পোৱা যায়। যেনে,

যইএক, 'জীয়েক' ;
ভঅনইএক, 'ভনীয়েক' ;
মআমইএকএ', 'মামীয়েকে' ;
দইএক, 'দিয়েক' ( যেনে, 'গোটা-দিয়েক' ) ; ইত্যাদি।

ইআ : যেনে,

হইআ, 'হিয়া' ;
ধউনইআ, 'ধুনীয়া' ;
যইআলই, 'শিয়ালী' ;
পঅনইআল, 'পনিয়াল' ;
ইআৰ, 'ইয়াৰ' ;
মআনঅনইআ, 'মাননীয়া' ;
বআগইআল, 'বাগিয়াল' ;
মইআ, 'মিঞা' ;
গইআতই, গিয়াতি' অৰ্থাৎ 'জাতি' ;
ইআলঅই, 'ইয়ালৈ' ; ইত্যাদি।

ইঅ : যেনে,

কইঅ, 'কিয়' ;
মঅ'ৰইঅনই, 'মৰিয়নী' ;
ৱঅৰঅনইঅ, 'ৱৰণীয়' ;
যইঅনই, 'শিয়লি' ; ইত্যাদি।
পইঅন, 'পিয়ন' ;
দএ'যইঅ, 'দেশীয়'
যইঅ, 'জীয়' ;

ইঅ' : শব্দৰ মাজত মাথোন পোৱা যায়। যেনে,

যইঅ'ৱই, 'জীয়ৰী' ;
ৱইঅ'লই, 'বিয়নী' ,
পইঅ'লই, 'পিয়লী' ;
ৱইঅ'লই, 'বিয়লি' ;
নইঅ'মইআ, 'নিয়মীয়া' ;
যআগইঅ'লইআ, 'জাগীয়লীয়া ; ইত্যাদি।

ইও : যেনে,

ৱইও, 'লিও' ;
দইওঁতআ, 'দিওঁতা' ;
হঅ'ৱইও, 'হৰিও' ;
নইদইওঁ, 'নিদিওঁ' ;
যঅ'দইও, 'যদিও' ;
ইও, 'ইও' ; ইত্যাদি।

ইউ : যেনে,

যইউ, 'জীউ' ;
যইউত, 'জীউত' ;
নইউতআ, 'নিউতা' = 'নিওঁতা' ;
লইউ, 'লিউ' = 'লিও' ; ইত্যাদি।
যইউ, 'যিউ' অথবা 'ঘিউ' ;
দইউ, 'দিউ' = 'দিও' ;
যঅ'দইউ, 'যদিউ' = 'যদিও' ;

ওপৰৰ 'দিউ', 'নিউতা'; 'বৰ্দিউ', 'সিউ' আদি শব্দবোৰ অসমীয়া বানান সম্মত হোৱা নাই কাৰণে ভুল যেন ধাৰণা হ'ব পাৰে। প্ৰকৃততে ইও ৰ বিকল্প ৰূপে ইউ হোৱা দেখা যায়।

এ'ই : যেনে,

এ'ই, 'এই';
এ'ইতও, 'এইটো',
যএ'ই, 'যেই';
কএ'ইতআমআন, 'কেইটামান';
বএ'ইমআন, 'বেইমান';
এনএ'ই, 'এনেই';
সএ'ইদঅবএ', 'সেইদৰে'; ইত্যাদি।

এ'এ' : প্ৰয়োগ বিৰল; যেনে,

বঅএ'এ', 'বয়ে' ( 'মিঃ বয়ে' );
ভআবএ'এ', 'ভাবেই' ( 'বিনোবা ভাবেই' )।

এ'অ' : শব্দৰ মাজত মাথোন পোৱা যায়। যেনে,

দএ'অ'লইআ, 'দেৱলীয়া';
কএ'অ'লইআ, 'কেৱলীয়া', ইত্যাদি।

এ'ও : পদান্তত পোৱা যায়; যেনে,

কঅ'লএ'ও, 'ক'লেও';
ধঅনএ'ও, 'ধনেও',
নঅপঅৰহএ'ও নআমআতএ'ও, 'নপঢ়েও নামাতেও'; ইত্যাদি।

এ'উ : যেনে,

দএ'উ, 'দেউ';
দএ'উতআ, 'দেউতা';
ঝএ'উতই, 'ঝেউতি';
সএ'উতই, 'সউতী';
নএ'উল, 'নেউল';
কএ'উকআলএ', 'কেউকালে';
নএ'উনএ'উ, 'নেউনেউ'; ইত্যাদি।

এআ : পদান্তত মাথোন পোৱা যায়; বিৰল। যেনে,

কএঁআ, 'কেঞা';
বএআ, 'বেয়া'; ইত্যাদি।

এও : যেনে,

তএও, 'তেও';
তএওঁ, 'তেওঁ';
নএও, 'নেও';
দএওআঁ, 'দেওঁৱা';

**এবএওঁ**, 'এবেওঁ' ; **কএও**, 'কেও' ;
**কএওঁত**, 'কেওঁট' ; **ষএওঁতআ**, 'সেওঁতা' ; ইত্যাদি।

**আই** : যেনে,
**আই**, 'আই' , **নআই**, 'নাই' ;
**কআঁইত**, 'কাঁইট' ; **দঅকআইত**, 'ডকাইত' ;
**লউকআই**, 'লুকহি' ; **মঅনআই**, 'মনাই' ;
**সএনআই**, 'চেনাই' ; **মআই**, 'মাই' ;
**ষঅদআই**, 'সদাই' ; ইত্যাদি।

**আএ'** : পদান্তহে পোৱা যায়। যেনে,
**খআএ'**, 'খায়' ; **নআযআএ'**, 'নাযায়' ;
**মঅহআএ'**, 'মহাই' ; **পইতআএ'**, 'পিতাই' ;
**তইবওতআএ'**, 'তিবোতাই' ; ইত্যাদি।

**আএ** : শব্দৰ মাজত মাথোন পোৱা যায়। যেনে,
**যআএক**, 'জায়েক' ;
**লআএক**, 'লায়েক' ; ইত্যাদি।

**আআ** : বিৰল ; যেনে,
**মআআ**, 'মা'।

**আঅ** : যেনে,
**খআঅ**, 'খাব' ; **খআঅন**, 'খাবন' ;
**দআঅব**, 'ভাবৰ' ; **খআঅনই**, 'খাবনি' ; ইত্যাদি।

**আঅ'** : শব্দৰ মাজত পোৱা যায়। যেনে,
**খআঅ'বইআ**, 'খাবধীয়া' ; **দআঅ'বইআ**, 'ভাবধীয়া' ;
**তআঅ'বইআ**, 'তাবধীয়া' ; ইত্যাদি।

**আও** : যেনে,
**নআও**, 'নাও' ; **ষইতআও**, 'সীতাও' ;
**পআওনআ**, 'পাওনা' ; **তআওনআ**, 'তাওনা' ;
**আওনআ**, 'আওনা' ; **গআওঁ**, 'গাওঁ' ;
**বআওঁ**, 'বাওঁ' ; ইত্যাদি।

**আউ :** যেনে,

**লআউ**, 'লাউ' ; **বআউ**, 'বাউ' ;
**কআউবই**, 'কাউৰী' , **এযআউবই**, 'এজাউবি' ;
**মআউবআ**, 'মাউবা' ; **বআউলই**, 'বাউলী' ;
**সআউল**, 'চাউল' ; ইত্যাদি।

**অএ' :** যেনে,

**নঅলঅএ'**, 'নলয়' , **মঅএ'লআ**, 'ময়লা' ;
**হঅবঅএ'**,'হবই' অথবা 'হবয়' ; **কঅএ'**, 'কয়' ;
**কঅএ'নআ**, 'কয়না' অথবা 'কইনা' , **যঅএ'ন**, 'যইন' ,
**মঅএ'নআ**, 'ময়না' অথবা 'মইনা' , **কঅএ'লআ**, 'কয়লা' ; ইত্যাদি।

**অঅ :** পদান্তত পোৱা যায়। যেনে,

**লঅঅ**, 'লব' ( যেনে, 'তই লব, মই নলওঁ' ) ,
**থঅঅ**, 'থব' ( 'থব নে নথব তাকে মন কৰিছো' ) ; ইত্যাদি।

**অও :** পদান্তত পোৱা যায়। যেনে,

**হঅবঅও**, 'হবও' ; **পআবঅও**, 'পাবও' ;
**লঅওঁ**, 'লওঁ' ; **নঅবঅওঁ**, 'নবওঁ' ; ইত্যাদি।

**অ'ই :** যেনে,

**অ'ই**, 'ঐ' অথবা 'অই' !'
**অ'ইহইক**, 'ঐহিক' ; **আবঅ'ই**, 'আবৈ' ;
**কঅ'বঅ'লঅ'ই**, 'ক'বলৈ' ; **মআজঅ'ইব**, 'মাজৈব' ;
**থঅ'ইলআ**, 'থৈলা' ; **মঅ'ই**, 'মৈ' ;
**দঅ'ইপঅবআ**, 'দৈপবা' ; **আতঅ'ই**, 'আতৈ' ; ইত্যাদি।

**অ'উ :** যেনে,

**অ'উ**, 'ঔ' ; **মঅ'উ**, 'মৌ' ;
**সঅ'উকআ**, 'চৌকা' ; **নইতঅ'উ**, 'নিতৌ' ;
**বঅ'উব**, 'বৌব' ; **অ'লঅ'উকইক**, 'অলৌকিক' ;
**বঅ'লঅ'উ পঅ'লঅ'উ**, 'বলৌ পলৌ' ; ইত্যাদি।

**ওএ'** : পদান্তত পোৱা যায়। যেনে,

**ষওএ'**, 'শোৱে' ; **ৰঅলওএ'**, 'বলোৱে' ;

**নওধওএ'**, 'নোধোৱে' ; ইত্যাদি।

**ওআ** : যেনে,

**কওআ**, 'কোৱা' ; **সওআলই**, 'ছোৱালী' ;

**কঅৰওআলওঁ**, 'কৰোৱালোঁ' ; **দওআন**, 'দোৱান' ,

**গওআ**, 'গোৱা' ; **কঅতওআল**, 'কটোৱাল' ;

**পওআল**, 'পোৱাল' , **মওআ**, 'মোৱা' (-'মাছ') ; ইত্যাদি।

**ওঅ** : যেনে,

**ৰওঅ**, 'ৰোৱ' ; **ষওঅন**, 'শোৱন' ,

**ষওঅনই**, 'শোৱনি' ; **কওঁঅৰ**, 'কোঁৱৰ' ;

**সওঁঅৰ**, 'চোঁৱৰ' ; **ষওঁঅৰঅন**, সোঁৱৰণ' ; ইত্যাদি।

**ওঅ'** : শব্দৰ মাজত ব্যৱহাৰ হয়। যেনে,

**ৰওঅ'তই**, 'বোৱতি' ;

**ষওঅ'নই**, 'শোৱনি' ; ইত্যাদি।

**ওও** : **লওও**, 'লোও' ( জোৰবাচক ) ;

**কঅৰওঁও**, 'কৰোঁও' ; **পঅৰহওওআ**, 'পঢ়োওৱা' ;

**কঅৰওওআ**, 'কৰোওৱা' ; **ৰঅলওও**, 'বলোও' ( জোৰবাচক ) . ইত্যাদি।

**উই** : যেনে

**উই**, 'উই' ; **ৰউই**, 'ভুই' ;

**লউইত**, 'লুইত' ; **দউই**, 'দুই' ;

**পউইন**, 'পুইণ', 'পুণ্য' ; ইত্যাদি।

**উএ'** : পদান্তত প্ৰয়োগ হয়। যেনে,

**গঅ'ৰউএ'**, 'গৰুৱে' ;

**ষঅ'ৰউএ'**, 'সৰুৱে' ; ইত্যাদি।

**উআ** : যেনে,

**ধঅ'ৰউআ**, 'ধৰুৱা' ; [illegible]

**গউআহআতই**, 'গুবাহাটী' ; **বঅ'বউআ**, 'বৰুৱা' ,
**পঅ'বউআ**, 'পৰুৱা' , **পঅ'জউআই**, 'পজুৱাই' ; ইত্যাদি।

**উঅ** : যেনে,
**সউঅব**, 'চুৱৰ'।

**উঅ'** : যেনে,
**বউঅ'নই**, 'গুৱনী' , **সউঅ'নই**, 'চুৱনি' ;
**পউঁঅ'তই**, 'পুঁৱতি' , ইত্যাদি।

**উও** : যেনে,
**গঅ'বউও**, 'গৰুও' ,
**দএ'খউওআ**, 'দেখুওৱা' ; ইত্যাদি।

**উউ** : **দএ'খউউআ**, 'দেখুউৱা' অৰ্থাৎ 'দেখুওৱা' ,
**বউনউউআ**, 'গুনুউৱা' অৰ্থাৎ 'গুনুওৱা' ;
**বঅ'হউউআ**, 'বহুউৱা' অৰ্থাৎ 'বহুওৱা' ,
**গঅ'বউউ**, 'গৰুউ' অৰ্থাৎ 'গৰুও' ;
**মঅ'বউউ**, 'সৰুউ' অৰ্থাৎ 'সৰুও' ; ইত্যাদি।

৩.৫৪.১১ **তিনিটা স্বৰ-সংযোগৰ উদাহৰণ।**

**ইএ'ই** : পদান্তত মাথোন পোৱা যায়। যেনে,
**ইএ'ই**, 'ইয়েই' , **বইএ'ই**, 'বিয়েই' ;
**নইএ'ই**, 'নিয়েই' ; **আপউনইএ'ই**, 'আপুনিয়েই' ;
**হঅ'বইএ'ই**, 'হবিয়েই' ; **নঅ'দইএ'ই**, 'নদীয়েই' ; ইত্যাদি।

**আইই** : যেনে,
**দআইই**, 'দায়ী' ; **নআইইকআ**, 'নায়িকা' ;
**মআইইক**, 'মায়িক' ; **কআইইক**, 'কায়িক' ; ইত্যাদি।

ওপৰত উল্লেখ কৰা শব্দবোৰৰ বিকল্প উদাহৰণ পোৱা যায় ; সেইবোৰত ইই ৰ এটা মাথোন ই থাকে। লিখোঁতে 'য়ি' হয় কাৰণে 'য়ি'—ইই উচ্চাৰণ হোৱা যেন ধাৰণা হয়। যেনে,

***দআই**, 'দাই'—'দায়'—'দায়ী'* ;
***নআইকআ**, 'নাইকা'—'নায়িকা'* ;

**নয়আইক**, 'ন্যাইক'='ন্যায়িক' ;
**কআইক**, 'কাইক'='কায়িক' ; ইত্যাদি।

**ওএ'ই** : পদান্তত প্ৰয়োগ হয়। যেনে,
**ষওএ'ই**, 'শোৱেই' ; **বঅলওএ'ই**, 'বলোৱেই' ;
**কঅবওঁএ'ই**, 'কবোঁৱেই' ; ইত্যাদি।

**উএ'ই** : পদান্তত প্ৰয়োগ হয়। যেনে,
**গঅ'বউএ'ই**, 'গৰুৱেই' ;
**পউতউএ'ই**, 'পুতুৱেই' ; ইত্যাদি।

**ইআই** : পদান্তত পোৱা যায়। যেনে,
**ষইআই**, 'সিয়াই' ; **ষইআই**, 'জীয়াই' ;
**নইআই**, 'নিয়াই' ; **বঅ'লইআই**, 'বলিয়াই' ;
**মঅ'বইআই**, 'মৰিয়াই' ; ইত্যাদি।

**এআই** : পদান্তত পোৱা যায়। বিৰল। যেনে,
**বএআই**, 'বেয়াই' ; **কএঁআই**, 'কেঞাই' ; ইত্যাদি।

**ওআই** : যেনে,
**ষওআই**, 'যোৱাই' ; **ষওঁআই**, 'জোঁৱাই' ;
**ষওঁআইব**, 'জোঁৱাইৰ' ; ইত্যাদি।

**উআই** : পদান্তত পোৱা যায়। যেনে,
**খউআই**, 'খুৱাই' ; **বউআই**, 'ভূৱাই' ;
**পউআই**, 'পুৱাই' ; **হঅ'লউআই**, 'হলুৱাই' ;
**পঅ'লউআই**, 'পলুৱাই' ; ইত্যাদি।

**উআএ'** : পদান্তত পোৱা যায়। যেনে,
**খউআএ'**, খুৱায়' ; **ধঅ'বউআএ'**, 'ধকৱাই' ;
**বঅ'বউআএ'**, 'বকৱাই' ; ইত্যাদি।

**ইঅ'ই** : যেনে,
**আবইঅ'ই**, 'আবিয়ৈ' ; **বইঅ'ই**, 'বিয়ৈ' ;
**বইঅ'ইক**, 'বিয়ৈক' ; **বইঅ'ই**, 'বিয়ৈ' ; ইত্যাদি।

ইঅএ : পদান্তত পোৱা যায়। যেনে,

নইদইঅএ', 'নিদিয়ই' , পইঅএ', 'পিয়ই' ;

যইঅএ', 'জীয়ই', 'জীৱই' , ইত্যাদি।

ওঅএ' : পদান্তত পোৱা যায়। যেনে,

ষওঅএ', 'শোৱই' ,

ধওঅএ', 'ধোৱই' , ইত্যাদি।

আইও : পদান্তত পোৱা যায়। যেনে,

আইও, 'বায়ো'='আইও' , পআইও, 'পায়ো' ,

লঅ'বআইও, 'ল'বায়ো' , ষঅবআইও, 'ৎবায়ো' ;

ষঅবমআইও, 'শৰ্ম্মায়ো' , ইত্যাদি।

আইউ : যেনে,

আইউ, 'আয়ু' , বআইউ, 'বায়ু' ,

আইউষ, 'আয়ুস' , ষঅবআইউত, 'স্বায়ুত' ,

সনআইউব, 'স্নায়ুব' , ইত্যাদি।

ইএ'ও : পদান্তত পোৱা যায়। যেনে,

দইএ'ও, 'দিয়েও' ; পইএ'ও, 'পিয়েও' ,

যইএ'ও, 'জীয়েও' , ইত্যাদি।

উএ'ও : পদান্তত পোৱা যায়। যেনে,

পঅ'বউএ'ও, 'পকবেও' , ষঅ'বউএ'ও, 'সকবেও' , ইত্যাদি।

ইআও : যেনে,

ষইআও, 'শিয়াও' , নইআওঁতএ', 'নিয়াওঁতে' ;

পইআওঁ, 'পিয়াওঁ' ; দইআওঁতআ, 'দিয়াওঁতা' , ইত্যাদি।

ওআও : যেনে,

কঅবওআওঁ, 'কৰোৱাওঁ' ; কওআও, 'কোৱাও' ,

কওআওঁ, 'কোৱাওঁ' ; কঅবওআওঁতআ, 'কৰোৱাওঁতা' ; ইত্যাদি।

উআও : পদান্তত পোৱা যায়। যেনে,

পঅ'বউআও, 'পকবাও' ; বঅ'বউআও, 'বকবাও' ;

আসঅ'হউআও, 'আচহুবাও' ইত্যাদি।

**ইঅও :** পদান্তত মাথোন পোৱা যায়। যেনে,

**দইঅও**, 'দিয়ও' ; **যইঅও**, 'জীৱও' ;

**নইপইঅও**, 'নিপিয়ও' ; ইত্যাদি।

**আঅও :** পদান্তত পোৱা যায়। যেনে,

**পআঅও**, 'পাৰও' ; **খআঅও**, 'খাৱও' ;

**নআবআঅও**, 'নাবাৱও' ; ইত্যাদি।

**ওঅও :** পদান্তত মাথোন পোৱা যায়। যেনে,

**ষওঅও**, 'শোৱও',

**নওধওঅও**, 'নোধোৱও' ; ইত্যাদি।

**৩ ৫৪.১২ চাৰিটা স্বৰ সংযোগৰ উদাহৰণ।**

চাৰিটা স্বৰৰ সংযোগবোৰ সাধাৰণতে পদান্তত মাথোন প্ৰয়োগ হোৱা দেখা যায়। এনে প্ৰয়োগো বিৰল। যেনে,

**এ'ইএ'ই :** যেনে,

**যএ'ইএ'ই** 'যেয়েই'।

**ইওএ'ই :** যেনে,

**দইওঁএ'ই**, 'দিওঁৱেই' ;

**পইওঁএ'ই**, 'পিওঁৱেই' ; ইত্যাদি।

**ইউএ'ই :** যেনে,

**যইউএ'ই**, 'জীউৱেই'।

**আইএ'ই :** যেনে,

**আইএ'ই** 'আয়েই' ;

**পআইএ'ই**, 'পায়েই' ;

**খআইএ'ই**, 'খায়েই' ; ইত্যাদি।

**আওএ'ই :** যেনে,

**যআওঁএ'ই**, 'যাওঁৱেই' ;

**নআওএ'ই**, 'নাৱেই' ; ইত্যাদি।

**অএ'এ'ই :** যেনে,

**ষঅএ'এ'ই**, 'ষয়েই' ( অৰ্থাৎ 'মিঃ ষয়েই' )।

**অওএ'ই :** যেমন,

**নঅওঁএ'ই**, 'নওঁয়েই' ;

**খঅওঁএ'ই**, 'খওঁয়েই' ; ইত্যাদি।

**অ'ইএ'ই :** যেমন,

**দঅ'ইএ'ই**, 'দৈয়েই' , **নঅ'ইএ'ই**, 'নৈয়েই' ;

**মআদঅ'ইএ'ই**, 'মাদৈয়েই' ; ইত্যাদি।

**অ'উএ'ই :** যেমন,

**অ'উএ'ই**, 'ঔয়েই' ,

**ধঅ'উএ'ই**, 'ঢৌয়েই' , ইত্যাদি।

**উইএ'ই :** যেমন,

**উইএ'ই**, 'উয়েই' ; **ষউইএ'ই**, 'ষুয়েই' ;

**ষউইএ'ই**, 'শুয়েই' , ইত্যাদি।

**ইওআই :** যেমন,

**ষইওআই**, 'সিওয়াই' ;

**সঅ'কঅ'লইওআই**, 'চকলিওয়াই' ; ইত্যাদি।

**এ'ইআই :** যেমন,

**এ'ইআই**, 'এইয়াই' ;

**ষএ'ইআই**, 'সেইয়াই' ; ইত্যাদি।

**এওআই :** যেমন,

**ষএওআই**, 'সেৱাই' ,

**দএওআই**, 'ডেৱাই' ; ইত্যাদি।

**অ'ইআই :** যেমন,

**ঘঅ'ইআই**, 'ঘৈয়াই' ;

**মঅ'ইআই**, 'মৈয়াই' ; ইত্যাদি।

**৩.৫৪.১৩ পাঁচোটা স্বরর সংযোগ।** এইবোৰো পদান্ত মাথোন প্রয়োগ হয়। বিরল। যেমন,

**আইউএ'ই :** যেমন,

**আইউএ'ই**, 'আয়ুয়েই' ; **নআইউএ'ই**, 'নায়ুয়েই' ;

**বআইউএ'ই**, 'বায়ুয়েই' , ইত্যাদি।

উআইএ’ই : যেনে,
খউআইএ’ই, ‘খুৱাইয়েই’ ,
ধউআইএ’ই, ‘ধুৱাইয়েই’ ,
নঅ’সউআইএ’ই, ‘নচুৱাইয়েই’ ;
ঘঅ’তউআইএ’ই, ‘ঘটুৱাইয়েই’ ; ইত্যাদি।

৩.৬০ অনুনাসিক বৰ্ণ চন্দ্ৰবিন্দু ँ।

৩.৬১ অনুনাসিকত্ব অৰ্থাৎ চন্দ্ৰবিন্দু অসমীয়া ভাষাত বিশিষ্ট ধ্বনিগুণ অৰ্থাৎ বৰ্ণ।

চন্দ্ৰবিন্দুক ধ্বনিগুণ বুলি কোৱা হৈছে। ই গাইগুটীয়াকৈ উচ্চাৰিত নহয়: স্বৰ নাইবা ম্ন ন্ন হ্ব ৰ ল আদি ধ্বনিৰ লৈতেহে ইয়াৰ উচ্চাৰণ হ’ব পাৰে। আন ধ্বনিৰ, বিশেষকৈ স্বৰধ্বনিৰ লগত উচ্চাৰিত হোৱা হেতু ইয়াক উপাহিত ধ্বনিও বোলে।

৩.৬১.১১ অসমীয়া ভাষাত এ’ ভিন্ন সকলোবোৰ স্বৰৰ লগতে [ ] উচ্চাৰিত হয়, অৰ্থাৎ স্বৰ উচ্চাৰণৰ কাৰণে বহিৰ্গামী বায়ুপ্ৰবাহৰ এভাগ নাকেৰেও ওলাই যায়। এ’ স্বৰৰ অনুনাসিক উচ্চাৰণ বিৰল। আনহাতে ম্ন, ন্ন আৰু হ্ব বৰ্ণৰ অনুনাসিক উপধ্বনিও উচ্চাৰিত হয়। ( চাওক §§ ২.৪২. ৫১৩, ২.৪৬.১১ )।

৩.৬১.১২ [ ँ ] ৰ বৰ্গীয় নাসিক্য ব্যঞ্জন ঙ ন ঙ আৰু লগত বিৰোধ হয়। অনুনাসিকতা থকা আৰু নথকা স্বৰৰ মাজতো বিৰোধ স্পষ্ট। সেয়েহে ক বিশিষ্ট ধ্বনি অৰ্থাৎ বৰ্ণৰ মৰ্য্যাদা দিয়া হৈছে।

৩.৬২ চন্দ্ৰবিন্দুৰ ँ প্ৰয়োগ।

চন্দ্ৰবিন্দুৰ প্ৰয়োগ একপ্ৰকাৰ সীমাবদ্ধ যেন ধাৰণা হয়। শব্দৰ আদি নাইবা দ্বিতীয় অক্ষৰৰ স্বৰবৰ্ণৰ লগতে ইয়াৰ বহুল প্ৰয়োগ পোৱা যায়। আনবোৰ অক্ষৰত চন্দ্ৰবিন্দুৰ প্ৰয়োগ একেবাৰে নোহোৱা নহয়, কিন্তু অতি বিৰল। ওঁ ক মাথোন শব্দৰ প্ৰথম আৰু দ্বিতীয় অক্ষৰৰ বাহিৰেও বিকোনো অক্ষৰতে বেছিকৈ পোৱা যায়।

৩.৬৩ বিৰোধৰ উদাহৰণ।

৩.৬৩.১০ তলত অনুনাসিক স্বৰবোৰৰ লগত অনুনাসিকতাবিহীন স্বৰ আৰু স্বৰৰ পৰৱৰ্তী ঙ ন ঙ বৰ্ণৰ বিৰোধ দাঙি ধৰা হৈছে।

৩.৬৩.১১ ইঁ × ই × ম ন ঙ। যেনে,

ঘইঁঊ, 'ঘিঁউ' ; ঘইঊ, 'জীউ' ; সইন, 'চিন' ;
তইঁআ, 'টিঁয়া' ; তইআ, 'তিয়া' ; ষইমআ, 'সীমা' ;
ষইঁআব, 'সিঁয়াব' , ষইআব, 'শিয়াব' ; ষইঙআল, 'শিঙাল' ;
সইঅঁ'বই, 'চিঞবি' ; ষইঅ'বই, 'সিয়বি' , তইঅ'নই, 'তিয়নি' ;
সইঁ সইঁ, 'চিঁ-চিঁ' ; সই সই, 'ছি-ছি' , নইম, 'নিম' ;

ইত্যাদি।

৩.৬৩.১২ এঁ' × এ' × ম ন ঙ। যেনে,

হএঁ'সই, 'হেঁচি' ; বএ'সই, 'বোচ, ; বএ'নউ, 'বেণু' ,
সএঁ'ই, 'চেঁই' , সএ'ই 'চেই' ; তএ'মই, 'টেমী' ,
সএঁ'উবই, চেঁউবী' ; দএ'উবই, 'দেউবী' ; তএ'ঙঅ'বই, 'টেঙবী' ;

ইত্যাদি।

৩.৬৩.১৩ এঁ × এ × ম ন ঙ। যেনে,

হএঁসআ 'হেঁচা' ; হএলআ, 'হেলা' ; বএঙআ, 'বেঙা' ;
কএঁআ, 'কেঞা' ; বএআ, 'বেয়া' ; লএঙতআ, 'লেংটা' ;
বএঁকআ 'বেঁকা' ; দএকআ, 'ডেকা' ; তএমআ, 'টেমা' ;
ফএঁসআ, 'ফেঁচা' , লএসআ, 'লেছা' ; তএনতএ 'টেন্টে' ;
কএঁও, 'কেঁও' ; কএও, 'কেও' ; ইত্যাদি।

৩.৬৩.১৪ আঁ × আ × ম ন ঙ। যেনে,

আঁহঅত, 'আঁহত' ; আহঅত, 'আহত' ; সআম, 'চাম' ;
পআঁস, 'পাঁচ' ; পআস, 'পাচ' ; সআন, 'চান' ;
আঁহ, 'আঁহ' ; আহ, 'আহ ; সআঙ, 'চাং' ;
সআঁ, 'ছাঁ' ; সআ, 'চা' ;
কআঁইত, 'কাঁইট' ; থআইত, ঠাইত' ;
আঁঅ'বইআ, 'আঁৱবীয়া' ; থআঅ'বইআ, 'থাৱবীয়া' ; ইত্যাদি।

৩.৬৩.১৫ অঁ × অ × ম ন ঙ। যেনে,

অঁ, 'অঁ' ; অ, 'অ !' ; [illegible], 'সকর' ;
অঁকআ, 'অঁকা' ; অকআ, 'অকা' ; [illegible], 'পকর' ;

ষঅঁসআ, 'সঁচা' ; গঅসআ, 'গছা' ; গঅঙগআ, 'গঙা' ;
ষইহঅঁত, 'সিঁহত' ; কইহঅত, 'কিহত' ; কঅমবঅল, 'কম্বল' ;
ইত্যাদি।

৩.৬৩.১৬ ওঁ × ও × ম ন ঙ। যেনে,
ষওঁ, 'সোঁ' ; ষও, 'শো' ; ষওন, 'সোণ' ;
কঅবওঁতআ, 'কবোঁতা' ; বঅবওদআ, 'বৰোদা' ; দওম, 'জোম' ,
ষওঁআই, 'জোঁৱাই' ; ষওআই, 'যোৱাই' , দওঙ, 'দোং' ,
গওঁআব, 'গোঁৱাৰ' ; গওআব, 'গোৱাৰ' ; দওন, 'দোন' ,
বঅখঅ'লইআওঁ, 'বখলিয়াওঁ' ;
দওঁ, 'দোঁ' ;ইত্যাদি।

৩.৬৩.১৭ উঁ × উ × ম ন ঙ। যেনে,
উঁই, 'উঁই' ; ষউই, 'জুই' ; কউম, 'কুম' ;
গউঁই, 'গুঁই' ; দউই, 'দুই' ; কউমতই, 'কুম্ভী' ,
কউঁহইআব, 'কুঁহিয়াৰ' ; কউহউলইআ, 'কুহলিয়া' ; ষউঙ, 'ভুং' ;
কউঁঅ'বই, 'কুঁৱৰী' ; দউঅ'বই, 'দুৱৰী' ;
কউঁহই, 'কুঁহি' ; ষউহই, 'ভুহি' ;
তউঁহ, 'তুঁহ' ; ইত্যাদি।

৩.৭০ অক্ষৰৰ ৰূপ চাৰেকি।

৩.৭১ অক্ষৰ শব্দ বৰ্ত্তমান আলোচনাত বহু ঠাইত প্ৰয়োগ কৰা হৈছে। কিন্তু অক্ষৰ অসমীয়া ভাষাত বৰ্ণগত বৈশিষ্ট্যপূৰ্ণ একক বুলি স্বীকৃত হোৱা নাই।

৩.৭২ অসমীয়া ভাষাৰ অক্ষৰ কেৱল অক্ষৰাধাৰেৰে গঠন হ'ব পাৰে। এনে অক্ষৰাধাৰত এটা বা দুটা স্বৰবো সংযোগ হ'ব পাৰে। অক্ষৰাধাৰ এটা, দুটা বা তিনিটা ব্যঞ্জনৰ প্ৰাক্ষৰযুক্ত হ'ব পাৰে। অক্ষৰান্তও এটা বা দুটা ব্যঞ্জন হোৱাত কোনো বাধা নাই।

৩.৭৩ পিচত সন্ধি অথবা এটা ব্যঞ্জনৰ আন্তৰক্ষৰ থাকিলে অক্ষৰাধাৰ তথা অক্ষৰ মুক্ত, আৰু অক্ষৰান্তযুক্ত হ'লে অক্ষৰ বদ্ধ হয়।

৩.৭৪ অসমীয়া অক্ষৰৰ ৰূপ তলত দিয়াৰ দৰে হ'ব পাৰে :
( ব্যঞ্জন+ ) (ব্যঞ্জন+) (ব্যঞ্জন+) স্বৰ (+স্বৰ) (+ব্যঞ্জন ) ( +ব্যঞ্জন )।

৩.৭৪.১০ ওপৰৰ গাঁঠনিৰ পৰা ২৪টা ৰূপ উদ্ধাৰ কৰিব পাৰি। ইইতৰ সংযুক্ত ব্যঞ্জনৰ অক্ষৰান্তযুক্ত ৰূপ তেনেই বিৰল। একে লগে প্ৰাক্ষৰ আৰু অক্ষৰান্তত সংযুক্ত ব্যঞ্জন থকা অক্ষৰ ততোধিক বিৰল।

৩.৭৪.১১ ব্যঞ্জন+ব্যঞ্জন+ব্যঞ্জন+স্বৰ+স্বৰ(+ব্যঞ্জন) আৰু, (ব্যঞ্জন+) ব্যঞ্জন+ব্যঞ্জন+স্বৰ (+স্বৰ)+ব্যঞ্জন+ব্যঞ্জন—এই দুটা ৰূপৰ অক্ষৰ অসমীয়া ভাষাত পোৱা নাযায়। (অক্ষৰৰ ৰূপবোৰৰ উদাহৰণৰ কাৰণে চাওক : সংযুক্ত ব্যঞ্জনৰ উদ্ধৃতি, ছেদ ২.৫৫.১০ ; আৰু প্ৰাক্ষৰ, আন্তৰক্ষৰ আৰু অক্ষৰান্তৰ বাবে চাওক ছেদ ২.৫২.১১-১৩, ২.৫৩.১০ )।

# ৪.০০ শ্বাসাঘাত বৰ্গ

৪.১০ কথা বতৰা পাতোঁতে বাক্য এটাৰ সকলো অংশতে সমানে জোৰ নপৰে। কেতিয়াবা বাক্যৰ এটা খণ্ডত, কেতিয়াবা আকৌ আন এটা খণ্ডত গুৰুত্ব বুজি জোৰ দিয়া হয়। সেইদৰে শব্দৰ ক্ষেত্ৰতো দেখা যায়—এটা শব্দৰ সকলোবোৰ অক্ষৰত সমানে জোৰ নপৰে। শব্দৰ প্ৰত্যেক অক্ষৰৰ উচ্চাৰণত জোৰৰ তাৰতম্য ঘটে। শব্দ বা বাক্যৰ উচ্চাৰণত হোৱা আপেক্ষিক জোৰকে শ্বাসাঘাত কোৱা হয়। জোৰ পৰা অক্ষৰত হাওঁফাওঁৰ পৰা বহিৰ্গামী বায়ু প্ৰবাহ বলেৰে আৰু আপেক্ষিকভাৱে বেছি মাত্ৰাৰে ওলাই আহে কাৰণে শ্বাসাঘাত অথবা বলাঘাত নাম দিয়া হৈছে।

৪.১১ শব্দৰ আপেক্ষিক শ্বাসাঘাতক শাব্দিক শ্বাসাঘাত আৰু বাক্যৰ শ্বাসাঘাতক বাক্য-শ্বাসাঘাত বোলে। অসমীয়া ভাষাত এই দুয়ো প্ৰকাৰৰ শ্বাসাঘাত বিশিষ্ট ধ্বনিগুণ ( prosodies ) অৰ্থাৎ বৰ্ণ বুলি স্বীকৃত হৈছে।[২৭]

---

২৭ অসমীয়া ভাষাৰ শ্বাসাঘাতৰ বৰ্ণনামূলক বিশদ আলোচনা এয়ে প্ৰথম বুলিব পাৰি। ড: বাণীকান্ত কাকতিয়ে তেওঁৰ Assamese, Its Formation and Development বোলা গবেষণামূলক গ্ৰন্থত অসমীয়া ভাষাৰ ঐতিহাসিক দিশটো বহলাই বিশ্লেষণ কৰোঁতে শ্বাসাঘাত প্ৰসঙ্গৰ অৱতাৰণা কৰিছে। উজনি আৰু নামনি অসমৰ উপভাষাত শ্বাসাঘাতৰ বৈশিষ্ট্য বিতংকৈ দেখুৱাই ইয়াৰ প্ৰভাৱত অসমীয়া তত্ত্ব শব্দবোৰৰ কেনে পৰিৱৰ্তন ঘটিছে ড: বাণীকান্ত কাকতিয়ে প্ৰামাণ্য স্বৰূপে সেইটো দাঙি ধৰিছে।

উজনি অসমৰ ভাষাত শ্বাসাঘাত শব্দৰ মাজত পৰে; নামনি অসমৰ ভাষাত সদায় শব্দৰ আদিতে পৰে বুলি ড: কাকতিয়ে দেখুৱাইছে। নামনি অসমৰ শাব্দিক শ্বাসাঘাতৰ মাত্ৰা উজনি অসমৰ তুলনাত বেছি গুৰু। পৰিণতি স্বৰূপে নামনি অসমৰ তত্ত্ব শব্দত সংযুক্ত ব্যঞ্জন, দ্বিস্বৰ আৰু ত্ৰিস্বৰৰ সংখ্যা বাঢ়িছে। আধুনিক অসমীয়া সাধু ভাষাটোত সকলো কালৰ পৰা দুয়োটা উপভাষাৰ মিশ্ৰন ঘটিব ধৰিছে; শ্বাসাঘাতৰ ক্ষেত্ৰতো স্পষ্ট প্ৰভাৱ দেখা গৈছে। সম্ভৱ সেই কাৰণেই, সাধু ভাষাতো গুৰু শ্বাসাঘাত শব্দৰ প্ৰথম অথবা দ্বিতীয় অক্ষৰৰ পৰা পিচলৈ যোৱা দেখা নাযায়।

এই অধ্যায়ত সাধুভাষাৰ মাথোন শ্বাসাঘাতৰ আলোচনা দাঙি ধৰা হৈছে। লিখকৰ ব্যক্তিগত অনুভূতি আৰু ধাৰণাৰ ভিত্তিত এইবোৰ বিশ্লেষণ কৰি সিদ্ধান্ত লোৱা হৈছে; কোনো যান্ত্ৰিক পৰীক্ষা চলোৱা হোৱা নাই।

ধ্বনিৰ উপাহিত গুণ ( supra-segmental features ) যেনে, সুৰ, শ্বাসাঘাত, যাকাৰ লয় আদিৰ আলোচনা আপেক্ষিক ভাৱে জটিল। ইয়াৰ কাৰণে যথেষ্ট বিস্তৃত সামগ্ৰী গোটাই বিশদ বিশ্লেষণ কৰা প্ৰয়োজন।

**৪.২০ শাব্দিক শ্বাসাঘাত।**

**৪.২১ অসমীয়া ভাষাত শাব্দিক শ্বাসাঘাত বৰ্ণ দুটা :**

(ক) গুৰু শ্বাসাঘাত ´ আৰু,

(খ) লঘু শ্বাসাঘাত।[২৮]

৪.২১.১০ গুৰু আৰু লঘু এই দুয়োটা শ্বাসাঘাতৰ অভিন্ন পৰিবেশত কেতিয়াও বিৰোধ পোৱা নাযায়। সেইকাৰণে ইহঁত দুয়োৰে মাজত মাত্ৰাৰ বিৰোধ নধৰি মাথোন স্থানহে বিৰোধ ঘটে বুলি কোৱাটো বেছি সমীচীন।

৪.২১.১১ গুৰু শ্বাসাঘাত সদায় শব্দৰ প্ৰথম নাইবা দ্বিতীয় অক্ষৰত পোৱা যায়। ই সংযুক্ত ব্যঞ্জন বিহীন শব্দত সাধাৰণতে দ্বিতীয় অক্ষৰত আৰু সংযুক্ত ব্যঞ্জন থাকিলে প্ৰথম বা দ্বিতীয় অক্ষৰত পৰে, বাকী গুৰু শ্বাসাঘাতবিহীন অক্ষৰ সমূহত লঘু শ্বাসাঘাত পৰে।

**৪.২২ শ্বাসাঘাতৰ বিৰোধ বিচাৰ।**

**৪.২২.১০ মুক্তাক্ষৰত বিৰোধ :**

(১) **ৰআ´ৰঅ**, 'বাৰ, (১২)';

(২) **তএ´ৰঅ**, 'তেৰ';

(৩) **পই´সএ'**, 'পিছে' ( অৰ্থাৎ 'সি পি খাইছে' ),

(৪) **নই´সইলআ**, 'নিছিলা' ( অৰ্থাৎ 'তুমি নিছিলা, তৈ থোৱা নাছিলা।' ); ইত্যাদি।

এইবোৰ শব্দত মুক্ত আদি অক্ষৰত গুৰু শ্বাসাঘাত পৰিছে। কিন্তু তলৰ শব্দবোৰত গুৰু শ্বাসাঘাত আদি অক্ষৰত নপৰি দ্বিতীয় অক্ষৰতহে পৰিছে। যেনে,

(১) **পআৰঅ´**, 'পাৰ' ( 'চৰাই' ); অথবা ( 'তই কামটো কৰিব পাৰ, মই নোৱাৰোঁ।' );

(২) **তএৰআ´**, 'তেৰা,' ( অৰ্থাৎ "বেঁকা, ভাঙলগা" ),

(৩) **পইসএ´**, 'পিচে,' ( 'পিচে, তুমি কি উত্তৰ দিলা?' );

---

২৮. শ্বাসাঘাত-বৰ্ণ মাত্ৰ দুটা; বৰ্ণৰূপে ইহঁতৰ দুয়োটাকে লিখি দেখুৱালেও হয়। ইয়াত গুৰু শ্বাসাঘাতটো মাথোন দিয়া হৈছে। শ্বাসাঘাত চিহ্নিত নোহোৱা অক্ষৰবোৰ সেইকাৰণে লঘু শ্বাসাঘাত-যুক্ত বুলি বুজিব লাগিব।

(৪) **মইসই´নআ**, 'নিচিনা,' ('তুমি নিচিনা, মইহে চিনোঁ।'), ইত্যাদি।

৪.২২.১১ ওপৰৰ দুয়োভাগ শব্দৰে (৩) নম্বৰৰ শব্দ দুটাৰ বাহিৰে বাকীবোৰৰ পৰিবেশ সদৃশ ; (৩) নম্বৰৰ শব্দত পৰিবেশ অভিন্ন। গতিকে অভিন্ন আৰু সদৃশ পৰিবেশত শ্বাসাঘাতৰ স্থানৰ বিৰোধ দেখা গৈছে।

৪.২২.২০ **বৰ্ণাক্ষৰত বিৰোধ।**

তলৰ শব্দবোৰত আদি বৰ্ণাক্ষৰ গুৰু শ্বাসাঘাতযুক্ত। যেনে,

(১) **কআ´নদঅ**, 'কাণ্ড' ( '-কাৰখানা', 'কাৰ্য্য' ),

(২) **পই´নদঅ**, 'পিণ্ড',

(৩) **সই´নতএ'**, 'চিন্তে' ;

(৪) **বআ´নধঅ**, 'বান্ধ,' ( 'বন্ধু' ) ;

(৫) **বঅ´নধঅ**, 'বন্ধ' ( 'দুৱাৰখন বন্ধ' ) ;

(৬) **গউ´নদআ**, 'গুণ্ডা',

(৭) **যআ´নতঅনআ**, 'সান্ত্বনা' ;

(৭) **সঅ´নদৰঅক**, 'চন্দ্ৰক' ; ইত্যাদি।

তলৰ শব্দবোৰত গুৰুশ্বাসাঘাত দ্বিতীয় অক্ষৰত পৰিছে। যেনে,

(১) **কআনদঅ´**, 'কান্দ,' ('তই কান্দ, সি নাকান্দে।').;

(২) **পইনধঅ´**, 'পিন্ধ' ( 'তই পিন্ধ, মই নিপিন্ধোঁ।' ) ;

(৩) **পইনধএ'´**, 'পিন্ধে' ;

(৪) **বআনধঅ´**, 'বান্ধ' ( 'তই গৰু বান্ধ' ) ;

(৫) **বওনদআ´**, 'বোন্দা' ;

(৬) **যআনতঅ´নউ**, 'সান্ত্বনু' ;

(৭) **যআনতৰই´ক**, 'যান্ত্ৰিক' ; ইত্যাদি।

৪.২২.২১ ওপৰৰ শব্দ দুভাগৰ (১) নং আৰু (৪) নং শব্দবোৰত শ্বাসাঘাতৰ পৰিবেশ অভিন্ন অৰ্থাৎ শ্বাসাঘাত বাদ দিলে শব্দ দুটা একে হৈ পৰে। গতিকে অভিন্ন পৰিবেশত শ্বাসাঘাতৰ বিৰোধ ঘটিছে।

বাকীবোৰ শব্দত পৰিবেশ অভিন্ন নহয়, কিন্তু সদৃশ। 'সান্ত্বনু' আৰু 'যান্ত্ৰিক' শব্দত শ্বাসাঘাত বিকল্পে আদি অক্ষৰতো পৰে যেন লাগে।

৪.২২.৩০ **দ্বিস্বরযুক্ত আদি অক্ষরত বিৰোধ।**

দঅ’ ইনইক, ‘দৈনিক’ × বঅ’ইৰআ’গ, ‘বৈৰাগ’ ;

সঅ’ ইনইকঅৰ, ‘সৈনিকৰ’ × কঅ’ইলআ’সঅৰ, ‘কৈলাসৰ’ ;

ঘঅ’ ইনইএকএ’, ‘ঘৈণীয়েকে’ × বঅ’ইনআ’একএ’, ‘বৈনায়েকে’ ; ইত্যাদি।

ওপৰৰ শব্দ তিনিযোৰতো শ্বাসাঘাতৰ স্থানৰ বিৰোধ ঘটিছে।

৪.২৩ **উপমাত্ৰাৰ[২৯] আলোচনা।**

৪.২৩.১০ গুৰু শ্বাসাঘাতৰ মাত্ৰা মাথোন এটা [ ১ ]। এই শ্বাসাঘাতৰ লক্ষণবোৰ হল :

(ক) শব্দৰ ইয়েই গুৰুতম শ্বাসাঘাত ;

(খ) এই গুৰু শ্বাসাঘাতযুক্ত অক্ষৰাধাৰৰ মুখৰতা সৰ্বাধিক বেছি ;

(গ) সুৰ বেছি উন্নত ; আৰু

(ঘ) স্বৰ বৰ্ণটোৰ মাত্ৰা স্বাভাবিক মাত্ৰাতকৈ বেছি : বদ্ধাক্ষৰত অৰ্দ্ধদীৰ্ঘ আৰু মুক্তাক্ষৰত ততোধিক বৃদ্ধি পায়।

ই মাথোন প্ৰথম নাইবা দ্বিতীয় অক্ষৰত পৰিব পাৰে।

৪.২৩.২০ লঘু শ্বাসাঘাতৰ উপমাত্ৰা বহুতো : এটা শব্দত যিমান অক্ষৰ থাকে ইয়াৰ মাত্ৰাও সিমান হ’ব পাৰে। এই উপমাত্ৰাবোৰ বিজ্ঞাত অৰ্থাৎ গুৰুশ্বাসাঘাতৰ অবস্থান জনাৰ পিচত লঘু শ্বাসাঘাতৰ কোন উপমাত্ৰা ক’ত পৰিব জনা যায়। উপমাত্ৰাবোৰ গুৰু, লঘু, লঘুতৰ, লঘুতম ইত্যাদি ক্ৰমত [ ২ ], [ ৩ ], [ ৪ ], [ ৫ ], [ ৬ ] ইত্যাদি সংখ্যাৰে ওপৰত লিখি দেখুৱাব পাৰি।

৪.২৩.২১ [ ২ ]: লঘু শ্বাসাঘাতৰ ইয়েই গুৰুতম মাত্ৰা; ইয়াৰ বলাঘাতৰ মাত্ৰা গুৰু শ্বাসাঘাতৰ ( [ ১ ] ) মাত্ৰাতকৈ অলপ মাথোন কম। এই উপমাত্ৰাযুক্ত অক্ষৰাধাৰৰ মুখৰতাও যথেষ্ট বেছি ( গুৰু শ্বাসাঘাত-যুক্ত অক্ষৰাধাৰৰ মুখৰতাৰ তলতে ); স্বৰ বৰ্ণটোৰ দৈৰ্ঘ্য স্বাভাবিক মাত্ৰাৰ।

গুৰু শ্বাসাঘাতৰ আগৰ অক্ষৰত ইয়াক পোৱা যায় অৰ্থাৎ গুৰু শ্বাসাঘাত দ্বিতীয় অক্ষৰত পৰিলে [ ২ ] প্ৰথম অক্ষৰত পৰে।

২৯. উপধ্বনি ( allophone ) শব্দৰ অনুকৰণত শ্বাসাঘাতৰ অবিশিষ্ট অৰ্থাৎ বিৰোধবিহীন বিজ্ঞাত মাত্ৰাবোৰক উপমাত্ৰা নাম দিয়া হৈছে।

৪.২৩.২২ [ ৩ ]: ইয়াৰ বলাঘাতৰ মাত্ৰা [ ২ ] তকৈ অলপ লঘু, অক্ষৰাধাৰৰ মুখৰতাও আপেক্ষিকভাবে কম। স্বৰৰ দৈৰ্ঘ্য পদান্ত মুক্তাক্ষৰ হ'লে অৰ্দ্ধদীৰ্ঘ আৰু বদ্ধাক্ষৰ হ'লে ঈষৎ হ্ৰস্ব হয়।

৪.২৩.২৩ [ ৪ ]: ইয়াৰ মাত্ৰা [ ৩ ] তকৈ লঘু, মুখৰতা আৰু স্বৰৰ দৈৰ্ঘ্যও আপেক্ষিকভাবে কম।

৪.২৩.২৪ এইদৰে [ ৫ ], [ ৬ ] আদি উপমাত্ৰাৰ বলাঘাত, মুখৰতা আৰু স্বৰৰ দৈৰ্ঘ্য আপেক্ষিকভাবে হ্ৰাস হৈ গৈ থাকে।

৪.২৩.২৫ গুৰু শ্বাসাঘাত শব্দৰ দ্বিতীয় অক্ষৰত পৰিলে লঘু শ্বাসাঘাতৰ উপমাত্ৰাবোৰৰ অবস্থান তলত দিয়াৰ দৰে হোৱা দেখা যায়।

[ ২ ] উপমাত্ৰা সদায় প্ৰথম অক্ষৰত পৰে ;

[ ৩ ] উপমাত্ৰা সদায় পদান্ত অক্ষৰত পৰে ;

[ ৪ ] উপমাত্ৰা চাৰিটা বা পাঁচোটা অক্ষৰৰ শব্দত উপধা অক্ষৰত পৰে, ছয়টা অক্ষৰ হ'লে সচৰাচৰ উপধা অক্ষৰৰ আগৰ অক্ষৰত নাইবা সংযুক্তাক্ষৰ থকা শব্দত উপধা অক্ষৰতো পৰা দেখা যায় ;

[ ৫ ] উপমাত্ৰা পাঁচোটা অক্ষৰৰ শব্দত উপধা অক্ষৰৰ আগৰ অক্ষৰত, ছয়টা অক্ষৰ হ'লে উপধা নাইবা গুৰু শ্বাসাঘাতৰ ঠিক পিচৰ অক্ষৰত আৰু সাতোটা অক্ষৰ হ'লে মাজৰ অক্ষৰত পৰে ;

[ ৬ ] উপমাত্ৰা সংযুক্ত ব্যঞ্জন থকা ছটা অক্ষৰৰ শব্দত সাধাৰণতে গুৰু শ্বাসাঘাতৰ ঠিক পিচতে আৰু সাতোটা অক্ষৰ হ'লে উপধা অক্ষৰৰ আগৰ অক্ষৰত পৰে।

[৭] উপমাত্ৰা সাতোটা অক্ষৰৰ শব্দত গুৰু শ্বাসাঘাতৰ ঠিক পিচতে পৰে।

৪.২৩.২৫১ উদাহৰণ। যেনে,

২ ১ / ২ ১ / ২ ১
**খউখই**, 'সুখী' ; **বঅৰআ**, 'বৰা' ; **সএনআই**, 'চেনাই' ;

২ ১ / ২ ১
**মআনউহ**, 'মানুহ' ; **আকআখ**, 'আকাশ' ; ইত্যাদি।

২ ১ ৩ / ২ ১ ৩
**মউকঅ'লই**, 'মুকলি' ; **আকআখঅৰ**, 'আকাশৰ' ;

২ ১ ৩ / ২ ১ ৩
**বঅ'ৰউআ**, 'বকুৱা' ; **মঅৰঅমই**, 'মৰমী' ;

২ ১ ৩
অলঅ'উকইক, 'অলৌকিক' ; নইসইনআ, 'নিচিনা' ;

২ ১ ৩
ষঅৰবএ'সসঅৰ, 'সৰ্ব্বেশ্বৰ' ; ইত্যাদি।

২ ১ ৪ ৩
ভইতঅৰঅতএ', 'ভিতৰতে' ; ফউকঅনঅনই, 'ফুকননী' ;

২ ১ ৪ ৩
মঅহআপউৰউষ, 'মহাপুৰুষ' ; ষঅঙকৰআনতইলঅ'ই, 'সংক্ৰান্তিলৈ' ;

২ ১ ৪ ৩
ধঅনঅনতঅ'ৰই, 'ধন্বন্তৰি' , অষঅনতউষই, 'অসন্তোষী' ; ইত্যাদি।

২ ১ ৫ ৪ ৩
ফউকঅনঅনইএ', 'ফুকননীয়ে' , অষঅনতউষইআ, 'অসন্তোষীয়া' ;

২ ১ ৫ ৪ ৩
পউৰউহইতআলই, 'পুৰুহিতালি' , যআগইৰঅ'দইআ, 'জাগীৰদীয়া' ;

ইত্যাদি।

২ ১ ৬ ৪ ৫ ৩
মঅহআপউৰউষইয়আ, 'মহাপুৰুষীয়া' ;

২ ১ ৫ ৬ ৪ ৩
অষঅনতউষইআনই, 'অসন্তোষীয়ানী' ;

২ ১ ৭ ৫ ৬ ৪ ৩
মঅহআপউৰউষইআনই, 'মহাপুৰুষীয়ানী'। ইত্যাদি।

৪ ২৩.২৬ গুৰু শ্বাসাঘাত শব্দৰ আদি অক্ষৰত পৰিলে লঘু শ্বাসাঘাতৰ উপমাত্ৰাবোৰৰ অবস্থান কেনে হয় তলত দেখুওৱা হৈছে।

১ ২
বআৰঅ, 'বাৰ' ; ('১২') ; তএৰঅ, 'তেৰ' ;

১ ২
বআলতইত, 'বাল্টিত' ; কআনদঅ, 'কাণ্ড' ; ইত্যাদি।

১ ৩ ২
নইসইলআ, 'নিছিলা' ; দইসইলই, 'দিছিলি' ;

১ ৩ ২
ষআনতইৰএ', 'শান্তিৰে' ; ষআনতঅনআ, 'শান্তনা' ;

১ ৩ ২
ষঅ'ইনইকঅৰ, 'সৈনিকৰ' ; ইত্যাদি।

১ ৪ ৩ ২
ঘঅ'ইনইএকএ', 'ঘৈণীয়েকে' ;

১ ৫ ৩ ৪ ২
ঘঅ'ইনইএকঅলঅ'ই, 'ঘৈণীয়েকলৈ' , ইত্যাদি।

**৪.৩০ বাক্য-শ্বাসাঘাত।**

**৪.৩১** অসমীয়া ভাষাত বিশিষ্ট বাক্য-শ্বাসাঘাত দুটা :

(ক) সাধাৰণ বাক্য-শ্বাসাঘাত ', আৰু

(খ) গুৰুত্ব জ্ঞাপক শ্বাসাঘাত "।

**৪.৩১.১০** গুৰুত্ব জ্ঞাপক শ্বাসাঘাতৰ বল সকলোবোৰ শ্বাসাঘাততকৈ বেছি। এই শ্বাসাঘাতযুক্ত অক্ষৰৰ মুখৰতা আৰু সুৰো সৰ্ব্বাধিক উচ্চ ; স্বৰ-বৰ্ণৰ মাত্ৰা দীৰ্ঘ হয়।

**৪.৩১.১১** সাধাৰণ বাক্য-শ্বাসাঘাতৰ বল শাব্দিক শ্বাসাঘাতৰ প্ৰায় একে সমান বুলি ক'ব পাৰি। অৰ্থাৎ গুৰুত্বজ্ঞাপক শ্বাসাঘাততকৈ ইয়াৰ বল কম, এই শ্বাসাঘাতযুক্ত অক্ষৰৰ মুখৰতা আৰু সুৰো আপেক্ষিকভাবে নিম্ন। স্বৰৰ মাত্ৰা মুক্ত সন্ধিৰ আগত হ'লে দীৰ্ঘ, অন্ত্য সন্ধিৰ আগত ততোধিক দীৰ্ঘ আৰু অন্য পৰিবেশত অৰ্দ্ধদীৰ্ঘ হয়।

**৪.৩২ বাক্য-শ্বাসাঘাতৰ প্ৰয়োগ।**

**৪.৩২.১০** সাধাৰণ বাক্য-শ্বাসাঘাত আৰু গুৰুত্বজ্ঞাপক শ্বাসাঘাতৰ বলৰ অভিন্ন পৰিবেশত বিৰোধ হয়। এই দুয়োটা শ্বাসাঘাত একেটা শব্দত বা খণ্ডবাক্যত কেতিয়াও প্ৰয়োগ নহয়। গুৰুত্বজ্ঞাপক শ্বাসাঘাত পৰিলে সাধাৰণ বাক্য-শ্বাসাঘাত নপৰে, গুৰুত্বজ্ঞাপক শ্বাসাঘাত নাথাকিলে সাধাৰণ বাক্য-শ্বাসাঘাত পৰে। অৰ্থাৎ দুটা মধ্য সন্ধিৰ, অথবা অন্ত্য সন্ধি আৰু মধ্য সন্ধিৰ মাজৰ বাক্যাংশত মাথোন সাধাৰণ বাক্য-শ্বাসাঘাত অথবা গুৰুত্বজ্ঞাপক শ্বাসাঘাতৰ যেই সেই এটাহে পোৱা যায়। এই দুয়োটা শ্বাসাঘাতকে বক্তাই ইচ্ছামতে বাক্য বা বাক্যাংশৰ যি অংশত গুৰুত্ব আৰোপ কৰে সেই অংশৰ যিকোনো শব্দত প্ৰয়োগ কৰিব পাৰে।

**৪.৩২.১১** অসমীয়া ভাষাত, অন্যান্য ভাষাৰ দৰেই, কেতবোৰ শব্দই সাধাৰণতে জোৰ বা গুৰুত্ব বুজায়। যেনে, 'কেতিয়াও', 'নিশ্চয়', 'অসম্ভৱ', ইত্যাদি। সেইদৰেই কেতবোৰ প্ৰত্যয়েও জোৰ বা গুৰুত্ব সূচায়। বাক্যত

এনে শব্দ অথবা গুৰুত্ববাচক প্ৰত্যয়যুক্ত শব্দ থাকিলে, সেই বাক্যত জোৰ দিবলৈ তেনেবোৰ শব্দতে গুৰুত্বজ্ঞাপক শ্বাসাঘাতৰ প্ৰয়োগ হয়।

উদাহৰণ স্বৰূপে তলৰ বাক্যটোকে লোৱা হওক :

'তুমি ইয়াত কি কৰিলা।' এটা সাধাৰণ বাক্য। ইয়াৰ প্ৰথম তিনিটা শব্দৰ যিকোনো এটাত সাধাৰণ বাক্য-শ্বাসাঘাত অথবা গুৰুত্বজ্ঞাপক শ্বাসাঘাত প্ৰয়োগ কৰিব পাৰি। সাধাৰণ বাক্য-শ্বাসাঘাতৰ অৱস্থান সচৰাচৰ সলনি কৰা নহয় আৰু কৰিলেও বাক্যটোৰ অৰ্থ একে থাকে। কিন্তু গুৰুত্বজ্ঞাপক শ্বাসাঘাতৰ স্থানান্তৰ হ'লে অৰ্থও বেলেগ হৈ পৰে। যেনে,

'**তুমি** ইয়াত কি কৰিলা।'—'**তুমি**, আনে নহয়।'

'তুমি **ইয়াত** কি কৰিলা।'—'**ইয়াত**, আন ঠাইৰ কথা সোধা নাই।'

'তুমি ইয়াত **কি** কৰিলা।'—'**কি** কৰিলা? বহি গুই সময় কটালা, নে কিবা কৰিলা?'

৪.৩২.১২ একাধিক বাক্যাংশযুক্ত বাক্যত গুৰুত্বজ্ঞাপক শ্বাসাঘাতে প্ৰত্যেক বাক্যাংশতে সাধাৰণ বাক্য-শ্বাসাঘাতৰ স্থান অধিকাৰ কৰিব পাৰে। কিন্তু সচৰাচৰ সমগ্ৰ বাক্যটোৰ যিকোনো এটা অংশতহে ইয়াৰ প্ৰয়োগ হয়।

৪.৩২.১৩ বাক্য-শ্বাসাঘাতে সাধাৰণভাৱে কোনো এটা শব্দৰ শাব্দিক গুৰু শ্বাসাঘাতৰ স্থানকে অধিকাৰ কৰে। কিন্তু কেতিয়াবা গুৰু শ্বাসাঘাত দ্বিতীয় অক্ষৰত পৰিলে বাক্য-শ্বাসাঘাত বিকল্পে শব্দৰ আদি অক্ষৰতো পৰিব পাৰে।

**৪.৩৩ শাব্দিক শ্বাসাঘাতৰ ওপৰত প্ৰভাৱ।**

৪.৩৩.১০ এটা বাক্যৰ প্ৰত্যেক শব্দতে শাব্দিক শ্বাসাঘাত পৰে। বাক্য-শ্বাসাঘাতে যিকোনো এটা শব্দৰ শাব্দিক শ্বাসাঘাতৰ স্থান গ্ৰহণ কৰে। গুৰুত্ব-জ্ঞাপক শ্বাসাঘাতেও বাক্য-শ্বাসাঘাতৰ ঠাইকে অধিকাৰ কৰে। এতেকে তিনিওটা শ্বাসাঘাতৰ একেটা শব্দতে বিৰোধ নঘটে।

৪.৩৩.১১ বাক্য-শ্বাসাঘাত পৰা শব্দত শাব্দিক শ্বাসাঘাতৰ বলৰ কোনো তাৰতম্য নঘটে; কিন্তু বাক্য বা বাক্যাংশৰ আনবোৰ শব্দৰ শাব্দিক শ্বাসাঘাতৰ বলৰ তীব্ৰতা আপেক্ষিকভাৱে হ্ৰাস পায়। অৰ্থাৎ শব্দটোৰ গুৰু শ্বাসাঘাত ' =[১] লঘু শ্বাসাঘাতৰ উপমাত্ৰা [২] ৰ সমান হয়। সেইদৰে লঘু শ্বাসাঘাতৰ

উপমাত্ৰাবোৰো এটা এটা স্তৰ তললৈ নামে। চেনে,[২]>[৩] ; [৩]>[৪] ; [৪]>[৫] ; ইত্যাদি।

**৪.৩৩ ১২** গুৰুত্বজ্ঞাপক শ্বাসাঘাতবো শাব্দিক শ্বাসাঘাতৰ ওপৰত প্ৰভাব সাধাৰণ বাক্য-শ্বাসাঘাতৰ প্ৰভাবৰ অনুৰূপ। তলৰ বাক্যত শাব্দিক আৰু বাক্য-শ্বাসাঘাতৰ প্ৰয়োগ দেখুওৱা হৈছে।

(ক) **যউনঅ'ৰ 'নঅ তআৰিই'খএ', কঅ''লইকঅত্তআৰপঅৰআ লঅ'নদঅনৰউলই-উ'ৰআমআৰিইলওঁ।**

এই বাক্যটোত তিনিটা বাক্যাংশ আছে ; ইহঁতৰ 'ন', 'কলিকতাৰপৰা আৰু 'উৰা মাৰিলোঁ', এই শব্দকেইটাত সাধাৰণ বাক্য-শ্বাসাঘাত পৰিছে। এই শব্দবোৰত শাব্দিক গুৰু শ্বাসাঘাত লোপ পাইছে। লঘু শ্বাসাঘাতৰ বলৰ তীব্ৰতা একোথাপকৈ হ্ৰাস পাইছে। 'জুনৰ', 'তাৰিখে' আৰু 'লণ্ডন বুলি' এই শব্দকেইটাত বাক্য-শ্বাসাঘাত নাই কাৰণে, শাব্দিক গুৰু আৰু লঘু দুয়োটা শ্বাসাঘাত বিৰাজ কৰিছে যদিও ইহঁতৰ বলৰ মাত্ৰা একোথাপকৈ হ্ৰাস পাইছে।

(খ) **যউনঅ'ৰ 'নঅ তআৰিই'খএ'; কঅ''লইকঅতআৰপঅৰআ লঅ'নদঅনৰউলই-উ'ৰআমআৰিইলওঁ।**

এই বাক্যটোত 'কলিকতাৰ পৰা' এই শব্দত সাধাৰণ বাক্য-শ্বাসাঘাতৰ ঠাই অধিকাৰ কৰিছে গুৰুত্বজ্ঞাপক শ্বাসাঘাতে। আন সকলোবোৰ শব্দৰ শ্বাসাঘাত (ক) বাক্যটোৰ দৰে।

(গ) **যউনঅ'ৰ "নঅ তআৰিই'খএ', কঅ''লইকঅতআৰপঅৰআ লঅ'নদঅনৰউলই-উ'ৰআমআৰিইলওঁ।**

এই বাক্যত 'ন' তাৰিখটোত আৰু 'কলিকতাৰপৰা' এই ঠাইখনৰ ওপৰত জোৰ দিয়া হৈছে আৰু সেয়ে ইহঁতত গুৰুত্বজ্ঞাপক শ্বাসাঘাত পৰিছে। বাকীবোৰ শব্দৰ শ্বাসাঘাতৰ বলৰ মাত্ৰা (ক) বাক্যৰ অনুৰূপ।

## ৫.০০ সন্ধিবৰ্গ

৫.১০ শ্বাসাঘাতৰ দৰে সন্ধিও একপ্ৰকাৰ নয়। কথাবতৰা হওঁতে ধ্বনিবোৰৰ ইটোৰপৰা সিটোলৈ যি লেঠাৰি লাগে বা সংক্ৰমণ হয় তাকে সন্ধি বোলে। অৰ্থাৎ ধ্বনিৰ সংক্ৰমণ তথা সংযোগৰ নাম সন্ধি।

৫.১১ এটা শব্দৰ ধ্বনিবোৰৰ মাজত আসক্তি সুদৃঢ়; গতিকে সিহঁতৰ সংক্ৰমণৰ সীমাৰেখা স্পষ্টকৈ দেখুৱাব নোৱাৰি। কিন্তু এটা শব্দৰ পৰা আন এটা শব্দলৈ হোৱা সংক্ৰমণ স্পষ্টকৈ দেখুৱাব পাৰি। এটা শব্দৰ ধ্বনিবোৰৰ মাজৰ সন্ধি সেইকাৰণে বদ্ধ আৰু শব্দবোৰৰ মাজৰ সন্ধি মুক্ত।

৫.১২ এই দুয়োপ্ৰকাৰৰ সন্ধিতে আগৰ আৰু পিচৰ ধ্বনিবোৰৰ গুণৰ তাৰতম্য ঘটে (ব্যঞ্জন আৰু স্বৰ বৰ্ণবোৰৰ উপধ্বনিৰ আলোচনাত এনে বৈশিষ্ট্যবোৰ দেখুওৱা হৈছে) আৰু মাজত কেতবোৰ শ্ৰুতিৰ সৃষ্টি হয়। এই সংক্ৰম-শ্ৰুতিয়েহে স্বৰূপাৰ্থত সন্ধিৰ নিৰ্দ্দেশ দিয়ে।

৫.১৩ বদ্ধ সন্ধি এটা শব্দৰ ভিতৰৰ আৰু মুক্ত সন্ধি বাহিৰৰ গুণ। এতেকে এইবোৰ শব্দৰ গুৰত শাব্দিক সন্ধি। বাক্য স্তৰতো মুক্ত বাক্য-সন্ধি পোৱা যায়। বাক্য-সন্ধি আকৌ দুই প্ৰকাৰৰ: মধ্য সন্ধি অৰ্থাৎ বাক্যাংশৰ মাজৰ সংক্ৰমণ, আৰু অন্ত্য সন্ধি অৰ্থাৎ এটা বাক্যৰ পৰা আন এটা বাক্যলৈ হোৱা সংক্ৰমণ। বাক্য-সন্ধিক সাধাৰণভাৱে যতি বুলি ক'ব পাৰি।

৫.১৪ বাক্য-সন্ধিৰ লগত সমগ্ৰ বাক্যটোৰ সুৰৰ লয় নিহিত থাকে। স্বৰূপাৰ্থত বাক্যৰ শাব্দিক শ্বাসাঘাত, বাক্য-শ্বাসাঘাত আৰু সুৰ এই সকলোবোৰৰ সমন্বয়ত বিভিন্ন সন্ধি নিৰ্ম্মিত হয়।

৫.১৫ অসমীয়া ভাষাত মুক্ত শাব্দিক সন্ধি আৰু মুক্ত বাক্য-সন্ধি দুয়োটা বিশিষ্ট বুলি স্বীকৃত হৈছে।

৫.২০ শাব্দিক মুক্ত সন্ধি।

৫.২১ শাব্দিক বিশিষ্ট মুক্ত সন্ধি এটা। এই সন্ধিৰ আভ্যন্তৰীণ বদ্ধ সন্ধি আৰু বাক্যৰ বহিঃসন্ধিৰ লগত বিৰোধ দেখা যায়। (+) চিনেৰে শাব্দিক মুক্ত সন্ধিৰ নিৰ্দ্দেশ দিয়া হৈছে। যেনে,

(ক) 'সি+পাৰ+লৈ+গ'ল।'

(খ) 'সি+পাৰলৈ+গ'ল।'

(গ) 'সিপাৰলৈ+গ'ল।'

৫.২১.১০ উপৰুক্ত তিনিওটা বাক্যৰ (অনুক্ৰম বৰ্ণবোৰ সাধাৰণ লিখিত ৰূপতে দেখুওৱা হৈছে।) স্বৰ আৰু ব্যঞ্জন বৰ্ণবোৰ একে, অভিন্ন। কিন্তু বাক্যকেইটাৰ অৰ্থ একে নহয় অৰ্থাৎ বাক্যকেইটা একে নহয়। তাৰ কাৰণ শাব্দিক মুক্ত সন্ধি। (ক) বাক্যৰ তিনিটা সন্ধিৰ ঠাইত (খ) বাক্যত মাথোন দুটাহে প্ৰয়োগ হৈছে। 'পাৰ' আৰু 'লৈ'ৰ মাজৰ বহিঃসন্ধি নোহোৱা হোৱাত ধ্বনিবোৰ আভ্যন্তৰীণ সন্ধিৰে বদ্ধ হৈ 'পাৰলৈ' এই শব্দত পৰিণত হ'ল। সেইদৰে 'সি' আৰু 'পাৰলৈ', ইহঁতৰ মাজৰ মুক্ত সন্ধি আঁতৰাই নিয়াত 'সিপাৰলৈ' বদ্ধ সংক্ৰমেৰে আবদ্ধ হৈ এটা শব্দৰ সৃষ্টি কৰিলে। বদ্ধ আৰু মুক্ত সন্ধিৰ মাজত বিৰোধ নহ'লে বাক্যবোৰ এনেকৈ বেলেগ নহ'লহেঁতেন।

৫.২১.১১ এনেকৈয়ে তলৰ বাক্যকেইটাতো বিৰোধ স্পষ্টকৈ ধৰা পৰে।

(ক) 'সি+তাৰ+কথাত+কাণ+দিছে।'

(খ) 'সি+তাৰ+কথাত+কান্দিছে।'

(গ) 'সীতাৰ+কথাত+কান্দিছে।'

(ঘ) 'সীতাৰ+কথাত+কাণ+দিছে।'

এই বাক্যকেইটাত 'সীতাৰ' শব্দৰ দীৰ্ঘ 'ঈ'-কাৰ আৰু 'কাণ' শব্দৰ মূৰ্দ্ধন্য 'ণ'ই ধ্বনিৰ পাৰ্থক্য নিৰ্দ্দেশ কৰা নাই। এতেকে একেবোৰ ধ্বনিৰে সন্ধিভেদ কৰি চাৰিটা বাক্য তৈয়াৰ কৰা হৈছে।

৫.২২ ওপৰৰ বাক্যবোৰত মুক্ত সন্ধি বিশিষ্ট বুলি স্বীকৃত হোৱাত সংক্ৰম-শ্ৰুতিবোৰ অবিশিষ্ট ৰূপে পৰিগণিত হৈছে। এটা সন্ধিৰ স্বীকৃতিয়ে তাবাটোৰ বহুতো ধ্বনিগুণ বৰ্ণৰ স্তৰত বিশিষ্ট বুলি অস্বীকাৰ কৰিবলৈ সুবিধা দিলে।

৫.২২.১০ শাব্দিক মুক্ত সন্ধিক বৰ্ণ বুলি ধৰাৰ ফলত তলৰ ধ্বনিগুণবোৰ বিজ্ঞাত হৈ পৰিল। যেনে,

(১) বৰ্ণবোৰৰ ধ্বনি গুণ আৰু মাত্ৰাৰ ভেদ;

(২) ব্যঞ্জন বৰ্ণবোৰৰ মুক্তি;

(৩) বিভিন্ন প্ৰকাৰৰ মুক্তি; যেনে,

(ক) ঈষৎ শ্বাসযুক্ত মুক্তি,

(খ) অনুনাসিক মুক্তি,

(গ) প্ৰস্ফোট মুক্তি, ইত্যাদি,

(৪) বৰ্ণৰ সুস্থিৰতা আৰু শিথিলতা, আৰু

(৫) সুৰ।

( স্বৰ আৰু ব্যঞ্জন বৰ্ণবোৰৰ উপধ্বনিৰ আলোচনা চাওক। )

৫.২৩ শাব্দিক মুক্ত সন্ধি সদায় প্ৰাকৃতিৰ[৩০] সীমাৰেখাত পৰা দেখা যায়। অৰ্থাৎ য'তে মুক্তসন্ধি ত'তে প্ৰাকৃতিৰ ভেদৰেখা টানিব পাৰি। কিন্তু আন হাতে প্ৰাকৃতিৰ ভেদৰেখাই মুক্ত সন্ধিৰ নিৰ্দেশ নিদিয়ে অথবা নিদিবও পাৰে।

উদাহৰণ স্বৰূপে চাওক :

'সিহঁতে' এটা শব্দ, ইয়াত তিনিটা প্ৰাকৃতি লগ হৈ আছে : 'সি', 'হঁত' আৰু 'এ'। ইহঁতৰ মাজত মুক্ত সন্ধি নাই।

'সিবোৰ গ'ল।' এই বাক্যত 'সিবোৰ' শব্দত 'সি' আৰু 'বোৰ' দুটা প্ৰাকৃতি, মুক্ত সন্ধি নাই। 'সিবোৰ' আৰু 'গ'ল' অৰ মাজত প্ৰাকৃতিৰ সীমাৰেখাতে মুক্ত সন্ধি হৈছে।

'সি+কি+বা+খায়।' আৰু 'সি+কিবা+খায়।' এই বাক্য দুটাত একে সমান সংখ্যক প্ৰাকৃতি আছে কিন্তু মুক্ত সন্ধি সমান সংখ্যক নহয়।

৫.২৩.১০ শাব্দিক মুক্ত সন্ধিৰ প্ৰয়োগ বক্তাৰ কথা কোৱাৰ বেগ বা ধৰণৰ ওপৰতো বহু সময়ত নিৰ্ভৰ কৰা দেখা যায়। ৰৰ লাহে লাহে কথা কওঁতে অথবা পঢ়োঁতে শাব্দিক মুক্ত সন্ধিৰ প্ৰয়োগ বাঢ়ে আৰু বৰ খৰকৈ কথা ক'লে বা পঢ়িলে কমে।

৫.২৩.১১ লিখোঁতে শাব্দিক মুক্ত সন্ধি শব্দৰ মাজত ফাঁকেৰে বুজোৱা হয়।

৫.৩০ বাক্য-সন্ধি বা যতি।

৫.৩১ বাক্য-সন্ধি দুই প্ৰকাৰৰ : কিছুমান বাক্যাংশৰ মাজত আৰু কিছুমান বাক্যৰ অন্তত প্ৰয়োগ হয়। বাক্যাংশ বা খণ্ডবাক্যৰ সীমা নিৰ্দ্ধাৰক

৩০. ইংৰাজী morpheme অৰ প্ৰতিশব্দ প্ৰাকৃতি। ব্যাকৰণত ব্যৱহৃত 'প্ৰকৃতি', 'প্ৰত্যয়', 'বিভক্তি' আদিকে ভাষাবিজ্ঞানত প্ৰাকৃতি বোলা হয়। Allomorph অৰ প্ৰতিশব্দ উপাকৃতি।

যতি অসমীয়া ভাষাত দুটা আৰু বাক্যৰ সীমা নিৰ্দ্ধাৰক যতি পাচোঁটা বিশিষ্ট ৰূপে স্বীকৃত হৈছে। পূৰ্ব্ববৰ্ত্তী বৰ্ণৰ ধ্বনিগুণ আৰু সুৰ অনুসৰি এই যতিবোৰৰ উন্নত, অবনত, সম, ইত্যাদি নাম দিয়া হৈছে।[৩১]

মধ্য যতি : (১) উন্নত বা কমা ( , );
(২) সম বা হাইফেন ( - );

অন্ত্য যতি : (১) অবনত বা দাঁৰি ( । );
(২) উন্নত বা প্ৰশ্নবোধক ( ? ),
(৩) ক্ষিপ্ৰ-উন্নত ( ? ),
(৪) সম বা ৰুদ্ধ ( : );
(৫) আশ্চৰ্য্য বোধক ( ! )।

**৫.৩২ মধ্য যতিৰ আলোচনা।**

**৫.৩২ ১০ মধ্য যতি : কমা ( , )।**

৫.৩২ ১১ কমা ( , ) এটা বাক্যাংশৰ সন্ধি। ইয়াৰ প্ৰয়োগৰ বৈশিষ্ট্যবোৰ হল :

(১) কমাৰ পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনৰ ধ্বনিগুণ পদান্তৰ দৰে আৰু পৰবৰ্ত্তী ব্যঞ্জনৰ ধ্বনিগুণ শব্দৰ আদিৰ দৰে হয়। পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনৰ পিচতেই কেতিয়াবা কণ্ঠ ঈষৎ বোধ হোৱা যেন লাগে।

(২) কমাৰ পূৰ্ব্ববৰ্ত্তী শব্দৰ অন্ত্যস্বৰ দীৰ্ঘ হয়। মুক্ত অক্ষৰ হ'লে স্বৰবৰ্ণটোৰ বেছি দীঘলীয়াকৈ উচ্চাৰণ হয় আৰু কণ্ঠবোধ হৈ শেষ হয়।

(৩) বাক্যাংশটোৰ সুৰ ক্ৰমে নামি কমা সন্ধিৰ আগৰ পদত নিম্ন স্তৰ পায় আৰু পদটো অন্ত হোৱাৰ আগে আগে আকৌ উৰ্দ্ধমুখী হৈ, পদটো ব্যঞ্জনান্ত হ'লে ব্যঞ্জনটোত আৰু স্বৰান্ত হ'লে স্বৰৰ অন্তত উচ্চাৰিত কণ্ঠ্য নিম্নত ধ্বনিত হৈ যায়।

(৪) শব্দৰ মাজৰ মুক্ত সন্ধিতকৈ কমাৰ বিৰতিও কিছু দীৰ্ঘ। মধ্য যতি হাইফেনৰ ( - ) প্ৰয়োগতকৈও কমাৰ বিৰতি ঈষৎ দীৰ্ঘ হয়।

**৫.৩২.২০ মধ্য যতি হাইফেন ( - )।**

---

৩১. অসমীয়া সাধাৰণ দাঁৰি, কমা আদি যতিবোৰকে ইয়াত ব্যৱহাৰ কৰা হৈছে। সেয়েহে ইহঁতৰ নতুন অৰ্থলৈ লক্ষ্য ৰখা প্ৰয়োজন।

৫.৩২.২১ কমাৰ দৰে হাইফেনো বাক্যাংশৰ মাজৰ সন্ধি। ইয়াৰ নিৰ্দ্দেশক ধ্বনিগুণবোৰ হল :

(১) ব্যঞ্জন বৰ্ণৰ ধ্বনিগুণ হাইফেনৰ পূৰ্ব্ববৰ্ত্তী হ'লে পদান্তৰ দৰে আৰু পৰবৰ্ত্তী হ'লে শব্দৰ আদিৰ দৰে হয়। পূৰ্ব্ববৰ্ত্তী ব্যঞ্জন বা স্বৰধ্বনি কমাৰ দৰে কণ্ঠৰোধ হৈ অন্ত নপৰে।

(২) হাইফেনৰ পূৰ্ব্ববৰ্ত্তী শব্দত সুৰ তললৈ নানামে ; নাইবা কমাৰ দৰে উৰ্দ্ধমুখীও নহয়। বাক্যশ্বাসাঘাতৰ পিচতে বাক্যাংশটোৰ সুৰ অলপ তললৈ নামি হাইফেন সন্ধিত সমান সুৰত ৰৈ পৰবৰ্ত্তী বাক্যাংশলৈ সুৰ আগবাঢ়ি যায়।

(৩) বিবৃতি শাব্দিক মুক্ত সন্ধিতকৈ দীৰ্ঘ কিন্তু কমা সন্ধিতকৈ কিঞ্চিৎ চুটি হয়।

(৪) হাইফেন সন্ধিত সচৰাচৰ সামান্যভাৱে ইতস্ততঃহৰ ভাৱ লক্ষ্য কৰা যায়।

**৫.৩২.৩০ কমা আৰু হাইফেনৰ প্ৰয়োগৰ উদাহৰণ।**

৫.৩২.৩১ বাক্যবোৰ[৩২] অসমীয়া সাধাৰণ লিখন ৰীতিতে লিখা হৈছে। বাক্যাংশবোৰত বাক্য-শ্বাসাঘাত মাথোন দেখুওৱা হৈছে।

(ক) '!ৰং বেৰঙৰ—প'খিলাবিলাক, মোৰ 'ভাল লাগে।'

(খ) 'সি !ঘৰলৈ যামবুলি—স'দাই কৈ থাকে।'

(গ) 'ক'লিকতাৰ পৰা, কা'লিফৰনিয়ালৈ :'

(ঘ) 'জুনৰ 'ন তাৰিখে, ক'লিকতাৰ পৰা—'লণ্ডন বুলি, উ'ৰা মাৰিলোঁ।'

(ঙ) ''মাতৃ স্নেহৰ—যি প'বিত্ৰ স্নেহৰ তুলনা নাই—সোতাদ মই 'ভালকৈ বুজিলোঁ।'

(চ) 'তুমি যে 'হাস্পতালত পৰি আছিলা, মই আ'জিহে গম পালোঁ।'

(ছ) 'বিষ্ণুৰ বামন অৱতাৰত চ'লনা কৰি, বলিক পা'তাললৈ পঠাই

৩২. উদ্ধৃত বাক্যবোৰৰ (গ), (ঘ) আৰু (চ) শ্ৰীমতী মামণি গোস্বামীৰ আমেৰিকা ভ্ৰমণ কাহিনীৰ পৰা; (ঙ) স্বৰ্গীয় পদ্মনাথ গোহাঞিবৰুৱাৰ ভানুমতী (১৮৭২), ৮ পৃষ্ঠাৰ পৰা আৰু (ছ) ডঃ বাণীকান্ত কাকতিৰ পুৰণি অসমীয়া সাহিত্যৰ (১৯৫৩) কুমৰ হৰণ নামৰ পাঠৰ পৰা লোৱা হৈছে। বাক্যবোৰত লিখকৰ উচ্চাৰণত পোৱা মতে সন্ধি দেখুওৱা হৈছে। বেলেগৰ উচ্চাৰণত এই সন্ধিবোৰৰ কিছু ব্যতিক্ৰম হ'ব পাৰে।

দিলত—'শিৱক তপস্যা কৰি—'বান ৰজাই, শো'ণিতপুৰ ৰাজ্যখন পায়।'

(জ) 'এই দ'লংখনৰ পৰাই হেনো, কোনোবা এগৰাকী যু'বতীয়ে—সমাজৰ 'উৎপীড়নৰ বাবে, 'আত্মহত্যা কৰিছিল—'টেমছৰ বুকুত জাপদি।'

৫.৩২.৩১১ দীঘল বাক্যৰ মাজত ওপৰত্ত কমা আৰু হাইফেনৰ প্ৰয়োগ হয়। একেটা বাক্যতে একাধিক হাইফেন একেলেঠাৰিয়ে ইটোৰ পিচত সিটোকৈ (যেনে (ঙ) বাক্যত) প্ৰয়োগ হ'ব পাৰে। কিন্তু কমা তেনেকৈ একেলেঠাৰিয়ে প্ৰয়োগ নহয়। দীঘল বাক্যত কমাৰ পিচত হাইফেন আৰু তাৰ পিচত কমাৰ প্ৰয়োগ হ'ব পাৰে (যেনে (ছ) আৰু (জ) বাক্যত)।

৫.৩২.৩২ কেতিয়াবা কমাৰ ঠাইত হাইফেনো প্ৰয়োগ কৰিব পাৰি, তেতিয়াও বাক্যটোৰ তাৎপৰ্য্যৰ কোনো সলনি নহয়। কিন্তু হাইফেনৰ ঠাইত সচৰাচৰ কমা প্ৰয়োগ কৰা শুনা নাযায়।

উদাহৰণ স্বৰূপে (জ) বাক্যটো তলৰ দৰেও মাতিব পাৰি :

'এই দ'লংখনৰ পৰাই হেনো—কোনোবা এগৰাকী যু'বতীয়ে—
সমাজৰ 'উৎপীড়ণৰ বাবে, 'আত্মহত্যা কৰিছিল—
'টেমছৰ বুকুত জাপদি।'

৫.৩২.৩৩ হাইফেন অথবা কমা দুয়োটাৰ ঠাইত শাব্দিক মুক্ত সন্ধি প্ৰয়োগ হ'ব পাৰে; কিন্তু শাব্দিক মুক্ত সন্ধিৰ ঠাই সকলোতে সদাই হাইফেন বা কমাই অধিকাৰ কৰিব নোৱাৰে।

৫.৩২.৩৪ মধ্যসন্ধি দুটাৰ ঠাই শাব্দিক মুক্ত সন্ধিয়ে অধিকাৰ কৰিলে গোটেই বাক্যটোত মাথোন এটাহে বাক্য-শ্বাসাঘাত হয়। অৰ্থাৎ বৰ্ণগতভাবে বাক্যটো (বাক্যাংশবোৰ লোপ পাই) বাক্যাংশবিহীন এটা বাক্যত পৰিণত হয়। উদাহৰণ স্বৰূপে ওপৰৰ (ক) আৰু (খ) বাক্য তলৰ দৰেও মাতিব পাৰি :

'ৰং বেৰঙৰ প'খিলাবিলাক মোৰ ভাল লাগে।'

'সি 'ঘৰলৈ যাম বুলি সদাই কৈ থাকে।'

এনেদৰে বাক্যত সন্ধিৰ সালসলনিয়ে সচৰাচৰ অৰ্থৰ কোনো পৰিবৰ্তন নকৰে।

৫.৩২.৩৫ দীঘলীয়া বাক্যত তিনিটাতকৈও অধিক মধ্যসন্ধি থাকিলে দুটাৰ মাজত এটাকৈ মধ্যসন্ধি ৰাখি বাকীবোৰৰ ঠাইত শাব্দিক যুক্তসন্ধি ব্যৱহাৰ কৰিব পাৰি। বাক্যটোৰ বাক্য-শ্বাসাঘাতে ৰাখিবলগীয়া মধ্যসন্ধিৰ নিৰ্দ্দেশ দিয়ে। যিকোনো দুটা বাক্য-শ্বাসাঘাতৰ মাজত একোটাকৈ মধ্যসন্ধি প্ৰয়োগ হোৱাটোৱেই অসমীয়া ভাষাৰ সাধাৰণ নিয়ম।

৫.৩২.৩৫১ ওপৰৰ (ক) বাক্যটো তলৰ দৰে মধ্যসন্ধিৰ প্ৰয়োগ কমাই মাতিব পাৰি :

'এই দলংখনৰ পৰাই হেনো কো'নোবা এগৰাকী যুৱতীয়ে—
সমাজৰ উৎপীড়ণৰ বাবে 'আত্মহত্যা কৰিছিল—
'টেমছৰ বুকুত জাপ দি।'

৫.৩২.৩৫২ এই একেটা বাক্যতে সৰ্ব্বাধিক মধ্যসন্ধি প্ৰয়োগ কৰি তলত দেখুওৱা দৰেও মাতিব পাৰি :

'এই দ'লংখনৰ পৰাই হেনো, কো'নোবা এগৰাকী যুৱতীয়ে—
সমাজৰ 'উৎপীড়ণৰ বাবে, 'আত্মহত্যা কৰিছিল—
'টেমছৰ বুকুত—'জাপ দি।'

৫.৩২.৩৬ উন্নত অৰ্থাৎ প্ৰশ্নবোধক ( ? ) আৰু ক্ষিপ্ৰ-উন্নত (?) অন্ত্যসন্ধি-যুক্ত বাক্যত সাধাৰণতে কমা সন্ধিৰ প্ৰয়োগ নহয়।[৩৩] এনে ক্ষেত্ৰত হাইফেন প্ৰয়োগ হ'ব পাৰে।

উদাহৰণ স্বৰূপে তলৰ বাক্য কেইটালৈ লক্ষ্য কৰক :

(ঝ) 'ৰং বেৰঙৰ প'খিলাবিলাক, তোমাৰ 'ভাল লাগে।'
(ঝ১) 'ৰং বেৰঙৰ প'খিলাবিলাক—তোমাৰ 'ভাল লাগে?'
অৰ্থ, 'মই জানিব খুজিছোঁ—তোমাৰ ভাল লাগেনেকি।'
(ঝ২) 'ৰং বেৰঙৰ প'খিলাবিলাক—তোমাৰ 'ভাল লাগে?'
অৰ্থ, তোমাৰ ভাল লাগে বুলি জানি মই অলপ আচৰিত হৈছোঁ!' ইত্যাদি।

---

৩৩. কমা যতিৰ প্ৰশ্নবোধক ? আৰ লগত অনিশ্চিত সাদৃশ্য আছে ( চাওক, যেনে ৫.৩২.১১ )। যথাসম্ভৱ সেয়েহে ? আৰ আগতে , প্ৰয়োগ নহয়। দুটা-কমা যতিৰ অব্যৱহিত প্ৰয়োগ নহয়।

**৫.৩৩ অন্ত্য যতি।**

**৫.৩৩.১০ অৱনত বা দাবি ( । )।**

৫.৩৩.১১ অসমীয়াত সাধাৰণভাৱে ব্যৱহাৰ হোৱা দাবিৰ লগত অৱনত সন্ধিৰ বহুখিনি মিল দেখা যায়।

৫.৩৩.১২ দাবি যতিত অন্ত্য অক্ষৰৰ বদ্ধ স্বৰ দীৰ্ঘ আৰু মুক্ত স্বৰ ততোধিক দীৰ্ঘ হয় আৰু বাক্যটোৰ সুৰো ক্ৰমে অৱনত হৈ নিম্ন স্তৰত পৰে; সঘোষ বৰ্ণবোৰ অঘোষ হৈ অন্ত পৰে।

৫.৩৩.১৩ সাধাৰণতে বাক্যটো খুব উন্নত সুৰত আৰম্ভ নহয়, সুৰ মধ্য স্তৰত আৰম্ভ হৈ বাক্য-শ্বাসাঘাতযুক্ত অক্ষৰত উন্নত হয় আৰু ক্ৰমে আকৌ অৱনত হ'বলৈ আৰম্ভ কৰে।

৫.৩৩.১৪ বাক্যটোৰ আদি শব্দত বাক্য-শ্বাসাঘাত পৰিলে সুৰ উন্নত হৈ আৰম্ভ হয়; শেষৰ শব্দত পৰিলে বাক্যটোৰ আগভোথৰৰ সুৰ প্ৰায় মধ্যস্তৰত থাকে আৰু শেহত উন্নত হৈ ততালিকে অৱনত আৰু নিম্ন হয়। যেনে,

(ক) 'আ' মি কামটো কৰিছিলোঁ।'

(খ) 'ম' হাভাৰতৰ কথা—স' কলোৱে জানে।'

(গ) 'ভা' ষা, মানব সভ্যতা আৰু সংস্কৃতিৰ 'মূল ভেটি।'

(ঘ) 'চিন্তানায়কৰ প্ৰয়োজনৰ প্ৰসূতি ভা' ষা।' ইত্যাদি।

৫.৩৩.১৫ সাধাৰণ বাক্যৰ অন্তত দাবি প্ৰয়োগ হয়। প্ৰশ্নবোধক প্ৰাকৃতি 'নে?', 'কি?', 'নেকি?' আদি লগাই প্ৰশ্ন সোধা বাক্যতো দাবি ব্যৱহাৰ হয়। লিখোঁতে অৱশ্যে প্ৰশ্নবোধক চিন ব্যৱহাৰ কৰাৰ নিয়ম চলি আহিছে।

**৫.৩৩.২০ উন্নত যতি (?)।**

৫.৩৩.২১ উন্নত সন্ধিযুক্ত বাক্যত অন্ত্য পদৰ শেহ স্বৰবৰ্ণ বৰ দীঘল হয়: বদ্ধ অক্ষৰতকৈ মুক্ত অক্ষৰত আপেক্ষিকভাৱে বেছি দীঘল হয়। ঘোষৰ ধীৰে ধীৰে অন্ত পৰে।

৫.৩৩.২২ দাবিৰ প্ৰয়োগতকৈ অলপ ওপৰত সাধাৰণতে বাক্যটোৰ সুৰ আৰম্ভ হয় আৰু বাক্য-শ্বাসাঘাতত উন্নত হৈ আকৌ ক্ৰমে অৱনমিত নামিবলৈ

আৰম্ভ কৰে। অন্ত্য পদৰ আগভাগত স্বৰ কিছু নিম্ন হৈ পুনৰ ঊৰ্দ্ধমুখী হয় আৰু কমা যতিতকৈ অলপ উন্নত হৈ বাক্যটো শেষ হয়।

৫.৩৩.২৩ প্ৰশ্নবোধক প্ৰাকৃতি 'নে ?', 'কি ?', 'নেকি ?' আদি ব্যৱহাৰ নকৰাকৈ প্ৰশ্ন সুধিলে সাধাৰণতে উন্নত যতিৰ প্ৰয়োগ হয়। যেনে,

(ক) 'তুমি 'ঘৰলৈ গৈছিলা ?'

(খ) 'মহাভাৰতৰ কথা স'কলোৱে জানে ?'

(গ) 'ৰেলগাড়ীখন 'কেইবজাত এৰে ?'

(ঘ) 'আপুনি মোক কিবা সু'ধিছিল ?' ইত্যাদি।

৫.৩৩.২৪ বাক্য-শ্বাসাঘাতৰ অৱস্থান লৈ এই সন্ধিত স্বৰৰ স্তৰৰ তাৰতম্যও ঘটে। বাক্য-শ্বাসাঘাত বাক্যটোৰ আৰম্ভণিতে থাকিলে অন্তত স্বৰ বেছি উন্নত হয় ; অন্ত্য পদত থাকিলে স্বৰ অৱনত হৈ মধ্যস্তৰতে বৈ যায়।

৫.৩৩.২৫ কমাৰ লগত (?) অৰ ধ্বনিগত সাদৃশ্য দেখা যায় ( কমাৰ লক্ষণবোৰ চাই লওক, ছেদ ৫.৩২.১১...)। কিন্তু ইহঁতৰ মাজত বিৰোধ স্পষ্ট। যেনে,

(ঙ) 'বং ৰেৰঙৰ প'খিলাবিলাক, মোৰ' ভাল লাগে।'

(ঙ১) 'বংৰেৰঙৰ প'খিলাবিলাক ? মোৰ 'ভাল লাগে।'

এই বাক্য দুটাৰ প্ৰথমটো সাধাৰণ অৰ্থ প্ৰকাশক ; 'মই যে বং-ৰেৰঙৰ পখিলাবিলাক ভাল পাওঁ' তাকে কোৱা হৈছে। কিন্তু দ্বিতীয় বাক্যত একে অৰ্থ প্ৰকাশ পোৱা নাই। ইয়াৰ অৰ্থ হল, 'তুমি মোক বংৰেৰঙৰ পাখিলা-বিলাকৰ কথা সুধিছিলা ? এৰা, মোৰ ভাল লাগে।'

৫.৩৩.৩০ **ক্ষিপ্ৰ-উন্নত ( ? )।**

৫.৩৩.৩১ এই সন্ধিত বাক্যৰ শেহৰ স্বৰবৰ্ণ বৰ দীঘলীয়াকৈ উচ্চাৰণ হৈ তৎক্ষণাত অন্ত হয় আৰু লগে লগে কণ্ঠও বোধ হৈ পৰে। অন্ত্য ব্যঞ্জনো আকস্মিকভাবে অন্ত পৰে ; সঘোষ ধ্বনিৰ ঘোষত্ব শীঘ্ৰে লোপ হোৱা হয়।

৫.৩৩.৩২ দাবিৰ প্ৰয়োগতকৈ অলপ নিম্ন স্তৰত বাক্যটোৰ স্বৰ আৰম্ভ হয়। বাক্য-শ্বাসাঘাত বাক্যটোৰ মাজৰ শব্দত থাকিলে স্বৰ সেই শ্বাসাঘাতযুক্ত শব্দত অলপ নিম্ন হয় ; শেহৰ শব্দত থাকিলে শব্দটোৰ আৰম্ভণিতে স্বৰ তললৈ নামি তাৰ পিচত ক্ৰমে ঊৰ্দ্ধমুখী হয়।

৫.৩৩.৩৩ আশ্চৰ্য্য বুজাবলৈ এই সন্ধিৰ প্ৰয়োগ হয়। যেনে,

(ক) 'তুমি 'ঘৰলৈ গৈছিলা ?'

অৰ্থ, 'তুমি ঘৰলৈ গৈছিলা বুলি মই জনাই নাছিলো।'

(খ) 'সেইগৰাকী ফু'কননী ?'

অৰ্থ, 'যদি তেওঁ ফুকননী হয়, তেনেহলে বৰ বেয়া কথা হল ; মইযে তেওঁক চিনি নাপালোঁ।!'

(গ) 'তুমি মোক কিবা সু'ধিছিলা ?'

অৰ্থ, 'যদি সুধিছিলা, ক'তা ? মই দেখোন একো শুনিলোঁ।?' ইত্যাদি।

৫.৩৩ ৪০ সম বা ৰুদ্ধ সন্ধি :।

৫.৩৩.৪১ সম সন্ধিৰ লক্ষণবোৰ প্ৰায় দাবিৰ দৰেই, মাত্ৰ সুৰ সমসন্ধিত দাবিতকৈ কিছু উন্নত হৈ বয়। সমসন্ধিৰ আগৰ পদৰ অন্ত্য স্বৰ কিছু পৰিমাণে দীৰ্ঘ হয়। দীঘল বাক্যত কেতিয়াবা সমসন্ধি মধ্যসন্ধিৰ দৰেও প্ৰয়োগ হ'ব পাৰে। তেতিয়া দুটা সমসন্ধি অগাপিচাকৈ থাকিলে সচৰাচৰ আগৰ সমসন্ধিত পদৰ অন্ত্য স্বৰ আপেক্ষিকভাবে চুটি হয়।

৫.৩৩.৪২ কেতিয়াবা সমসন্ধিৰ হাইফেন সন্ধিৰ লগতো কিছু মিল থকা যেন লাগে। এই দুয়োটা সন্ধিৰ মিল বিশেষতঃ সুৰতহে দেখা যায়, আনবোৰ লক্ষণত মিল নাই।

৫.৩৩.৪৩ সমসন্ধি বহু ক্ষেত্ৰত প্ৰয়োগ কৰা হয়। আদেশ বা অনুজ্ঞা বুজাবলৈ ইয়াৰ ব্যৱহাৰ হয়। যেনে,

(ক) 'তই 'যা :'

(খ) 'আপুনি আ'হক : 'বৈ নাথাকিব।'

(গ) ''সোণ আহিব : 'তুমি আহিব নালাগে।' ইত্যাদি।

কেতিয়াবা প্ৰশ্ন সোধোঁতেও ইয়াৰ প্ৰয়োগ হয়। যেনে,

(ঘ) 'তুমি কে'তিয়া আহিলা :'

(ঙ) 'তেওঁ আ'হিব নে :'

(চ) 'তেওঁ 'কিয় গলগৈ :' ইত্যাদি।

তালিকাৰ বস্তুৰ নাম মাতোঁতেও ইয়াৰ প্ৰয়োগ হ'ব পাৰে। যেনে,

(ছ) ''পাণ : তা'মোল :' ইত্যাদি।

(জ) ''এক : 'দুই : তি'নি : চা'ৰি :' ইত্যাদি।

অন্যান্য অৰ্থত ; যেনে,

(ঝ) 'সেইটো আ'মাৰ ঘৰ :'

(ঞ) 'সেইটো আ'মাৰ ঘৰ : জা'না :'

(ট) 'তই যা'ব পাৰ : 'সি কিন্তু নাযায়।'

(ঠ) ''ছি ছিঃ' ইত্যাদি।

৫.৩৩.৫০ আশ্চৰ্য্য বোধক ( ! )।

৫.৩৩.৫১ আশ্চৰ্য্য বুজাবলৈ সাধাৰণতে ইয়াৰ প্ৰয়োগ হয়। এই সন্ধিত অন্ত্য স্বৰ তেনেই চুটি, অন্ত্য বৰ্ণও কণ্ঠৰোধ হৈ শেষ হয়। সুৰ বাক্যৰ অন্তত বেছি উন্নত ; ঘোষত্বও শীঘ্ৰে লোপ পায়।

৫.৩৩ ৫২ বাক্যটো যথেষ্ট উন্নত সুৰত আৰম্ভ হয়, বাক্য-স্বাসাঘাতত ই আৰু ওপৰলৈ উঠে। অৰ্থাৎ এই সন্ধিত উন্নত সুৰেৰে বাক্য আৰম্ভ হয় আৰু সুৰ ক্ৰমে উৰ্দ্ধমুখী হৈ গৈ থাকে। যেনে,

'সেইটো এটা 'সাপ !'

৫.৪০ কেইজনমান প্ৰসিদ্ধ লিখকৰ বাক্য কেইটামান তলত বৰ্ণগত যতি প্ৰয়োগ কৰি লিখা হৈছে।

৫.৪১ 'উ'ষা : দেৱতাসকলক 'বন্দী কৰি আনিছে নেকি ? তেওঁ-লোকক 'কি কৰিবা ?'

''বাণ : 'বশ্যতা স্বীকাৰ কৰাই, এ'ৰি দিম।'

'উ'ষা : 'বাৰু পিতা : তেওঁলোক স'দায় হাৰি থাকে কিয় ? নি'জিকে কিয় ?'

''বাণ : হাঁ'হি। এ'ৰা। ম'মো জানোঁ—নি'জিকে কিয়।'

'উ'ষা : হাঁ'হি। পি'তা : তু'মি কিন্তু মোৰ কথাকেটা নাপাহৰিবা। আমি এতিয়া 'যাওঁ দেই : পি'তা : তুমি ইয়াতে ৰ'হি থাকিবা নেকি।'

''বাণ : 'অঁ আই, মই ইয়াত বহি অলপ 'জুব লওঁ। ত'ইত যা :'

'উ'ষা : স'খীহঁত, 'ব'লা আমি যাওঁ।'

এই বাক্যটো স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালাৰ **শোণিত-কুঁৱৰী** নাটৰ প্ৰথম অঙ্কৰ পৰা লোৱা হৈছে। ওপৰৰ বাক্যবোৰত বাক্য-খাসাঘাতৰ স্থানৰ তাৰতম্য হ'লে যতিবো ঠাইবিশেষে তাৰতম্য হ'ব পাৰে। চৰিত্ৰবোৰৰ পিচৰ : অৰ ঠাইত দাৰিও প্ৰয়োগ হ'ব পাৰে।

৫.৪২ 'হেনো ধু'বুৰীতে নে গোৱালপাৰাতে—মোৰ 'মনত নাই : 'বিদ্যাৰত্নৰ সুদীৰ্ঘ শ্মশ্ৰুকে লক্ষ্য কৰি, এজন অ'হোবলিয়া হিন্দুৱে—'হিন্দুধৰ্মৰ বিপক্ষে তেওঁৰ বক্তৃতা শুনি, 'বক্তৃতাৰ সভাতে থিয়হৈ—ভৰিৰে মাটিত গো'বোহণি মাৰি—বিদ্যাৰত্ন 'বক্তৃতাৰ সুৰতে সুৰ মিলাই—'হাত মুৰ জোকাৰি চিঞৰি কৈছিল : "লম্বা লম্বা দাৰি লইয়া—যা'হাৰা বক্তৃতা কৰিতে আসেন, তাহাদেৰ "বুকে পদাঘাত : "মাথাই পদাঘাত।'

স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ **মোৰ জীৱন সোঁৱৰণৰ** (১৯৬১ চনৰ প্ৰকাশ) ৭৯ পৃষ্ঠাৰ পৰা এই বাক্যটো লোৱা হৈছে। ইয়াৰ একেবাৰে শেষৰ বাক্যাংশ তিনিটাৰ দুটাত গুৰুত্বজ্ঞাপক বাক্য-খাসাঘাতো প্ৰয়োগ হৈছে।

৫.৪৩ 'ব'লোৰাম। 'তেন্তে, আপুনি খবৰ 'পাইছে নেকি।'

''নাৰদ। কু'মাৰ, দৈত্যপতি বা'ণাসুৰৰ ৰাজ্যত বন্দী।'

'( সকলো আ'চৰিত। )

'ব'লোৰাম। 'কি ? কুমাৰ 'বন্দী ? 'কি দেবৰ্ষি, 'কি কাৰণত।'

''নাৰদ। বাণকন্যা উষাৰ 'অন্তঃপুৰত—'গুপ্তভাৱে থকাৰ বাবে।'

'ব'লোৰাম। কি আ"চৰিত কথা ? দে'বৰ্ষি :

সকলো ভা'ঙিপাতি কওকচোন !'

''নাৰদ। উষাই স'পোনত—কুমাৰৰ 'প্ৰণয় প্ৰাৰ্থিনী হয়।'

'প্ৰ'দ্যুম্ন। স'পোনত ? বৰ "আচৰিত কথা !

পৃথিবীত "কেতিয়াও নোহোৱা নোপজা কথা !'

স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালাৰ **শোণিত-কুঁৱৰী** নাটৰ পঞ্চম অঙ্কৰ পৰা লোৱা এই বাক্য কেইটাত সকলোবোৰ যতি প্ৰয়োগ হোৱা দেখা গৈছে।

# ৬·০০ সন্ধি-পৰিবৰ্ত্তন

৬.১০ অসমীয়া ভাষাত সন্ধিৰ পৰিবৰ্ত্তন বৰ বেছি দেখা নাযায়। ব্যঞ্জন বৰ্ণৰ পৰিবৰ্ত্তন অতি বিৰল। মাথোন স্বৰবৰ্ণৰ ক্ষেত্ৰত কেইটামান পৰিবৰ্ত্তন লক্ষ্য হয়।[৩৪]

৬.১১ স্বৰবৰ্ণৰ প্ৰয়োগৰ চিত্ৰত ( চেদ ৩.২১.১০ ) দেখুওৱা হৈছে যে পৰবৰ্ত্তী অক্ষৰত উচ্চতৰ স্বৰবৰ্ণ থাকিলে পূৰ্ব্ববৰ্ত্তী অক্ষৰৰ স্বৰ কেতিয়াবা ধ্বনিগতভাৱে ঈষৎ উন্নীত হয় অথবা সেই স্বৰৰ পৰিবৰ্ত্তে উচ্চতৰ স্বৰৰ আদেশ হয়। অসমীয়া ভাষাৰ এই নিয়ম পশ্চিমীয়া আৰ্য্যভাষাবোৰৰ লগত নিমিলে।

৬.১২ **স্বৰ সন্ধিৰ পৰিবেশ।**

৬.১২.১০ উদাহৰণ স্বৰূপে স্বৰবৰ্ণৰ সন্ধি-পৰিবৰ্ত্তনৰ পৰিবেশবোৰ তলত আলোচনা কৰাৰ দৰে দেখা যায়।

(১) কোনো ব্যৱধায়ক ব্যঞ্জন মাজত নথকাকৈ যদি **ই, অ'** অথবা **উ** পিচত থাকে তেনেহলে আগৰ নিম্নতৰ স্বৰ, বিশেষকৈ এ, অ, অথবা ও ৰ ঠাইত যথাক্ৰমে এ', অ', উ ৰ আদেশ হয়।

(২) কেতিয়াবা পৰবৰ্ত্তী অক্ষৰত **ই, অ'** অথবা **উ** থাকিলে পূৰ্ব্ববৰ্ত্তী অক্ষৰৰ স্বৰৰো পৰিবৰ্তন হ'ব পাৰে, যদি,

(ক) ব্যৱধায়ক ব্যঞ্জন একাকী হয়; নাইবা যদি,

(খ) নাসিক্য বৰ্ণ ভিন্ন যিকোনো একাকী ব্যঞ্জনবৰ্ণ হয়; নাইবা যদি,

(গ) যিকোনো নাসিক্য ব্যঞ্জন থাকে।

বেলেগ বেলেগ স্বৰৰ এই (ক), (খ), (গ), পৰিবেশত বেলেগ বেলেগ নিয়মে পৰিবৰ্ত্তন হোৱা দেখা যায়। অনুনাসিক স্বৰৰ ক্ষেত্ৰত সচৰাচৰ পৰিবৰ্ত্তন নহয়।

---

৩৪. সংস্কৃত সন্ধিৰ অনুকৰণত অসমীয়া ব্যাকৰণতো সন্ধিৰ সূত্ৰ সাজন কৰা দেখা যায়। প্ৰকৃতাৰ্থত সেইবোৰ সংস্কৃত সন্ধিৰহে সূত্ৰ; অসমীয়া ভাষাৰ নহয়। অসমীয়া ভাষাতো সন্ধি হয়; সেই সন্ধিৰ নিয়ম সংস্কৃতৰ লগত নিমিলে।

**৬.২০ স্বৰ বৰ্ণৰ পৰিবৰ্ত্তন।**

**৬.২১ এ স্বৰৰ পৰিবৰ্ত্তন।**

৬.২১.১০ **এ স্বৰৰ পৰবৰ্ত্তী অক্ষৰত** (২) (ক) পৰিবেশত **ই অথবা উ** স্বৰ থাকিলে অৰ্থাৎ এ আৰু পৰবৰ্ত্তী **অক্ষৰস্থ ই** বা উ ৰ ব্যৱধায়ক যি কোনো ব্যঞ্জন থাকিলে এ ৰ ঠাইত এ' ৰ আদেশ হয়। যেনে, (>চিহ্নই আদেশৰ নিৰ্দ্দেশ দিছে।);

**বএতই>বএ'তই**, 'বেটী'; তুঃ **বএতআ**, 'বেটা'। অৰ্থাৎ মূলৰ স্বৰবৰ্ণ এ আছিল; পৰবৰ্ত্তী **ই** ৰ কাৰণে 'বেটী' শব্দত এ' হল, কিন্তু 'বেটা' শব্দত এ হৈয়ে ৰল। সেইদৰে;

**পএতই>পএ'তই**, 'পেটি';

**পএতউ>পএ'তউ**, 'পেটু'; তুঃ **পএত**, 'পেট';

**এতই>এ'তই**, 'এটি'; তুঃ **এতআ**, 'এটা',

**বএলই>বএ'লই**, 'বেলি'; তুঃ **বএলআ**, 'বেলা';

**খএতইঅক>খএ'তইঅক**, 'খেতিয়ক'; তুঃ **খএত**, 'খেত';

**মএলউঅ'ই>মএ'লউঅ'ই**, 'মেলুৱৈ'; তুঃ **মএল**, 'মেল';

**খএলউঅ'ই>খএ'লউঅ'ই**, 'খেলুৱৈ'; তুঃ **খএল**, 'খেল';

**লএযউ>লএ'যউ**, 'লেজু'; তুঃ **লএয**, 'লেজ';

**দএখউআ>দএ'খউআ**, 'দেখুৱা'; তুঃ **দএখ**, 'দেখ'; **দএখওঁ**, 'দেখোঁ'; ইত্যাদি।

**দএখইলএ'>দএ'খইলএ'**, 'দেখিলে';

**বএসই>বএ'সই**, 'বেচি'; তুঃ **বএসএ'**, 'বেচে';

**বএসইলওঁ>বএ'সইলওঁ**, 'বেচিলোঁ'; ইত্যাদি।

৬.২১.১১ এ+ব্যঞ্জন+এ+ব্যঞ্জন+**ই** অথবা উ হ'লে শেহৰ কালৰ পৰা প্ৰথম এ ৰ ঠাইত সদায় এ' ৰ আদেশ হয়; দ্বিতীয় এ ৰ ঠাইত বিকল্পে এ' ৰ আদেশ হোৱা দেখা যায়; অৰ্থাৎ আগৰ সূত্ৰটোৰ পৰিবৰ্ত্তন ঠিক ৰবে হয়। যেনে,

**এ+ব্যঞ্জন+এ'+ব্যঞ্জন+ই অথবা উ; অথবা বিকল্পে**

**এ'+ব্যঞ্জন+এ'+ব্যঞ্জন+ই অথবা উ। উদাহৰণ যেনে,**

**লএতএকউ>লএতএ'কউ~লএ'তএ'কউ**, 'লেতেকু';

লএভএবই > লএভএ'বই~লএ'ভএ'বই, 'লেভেবী' ;

তুঃ লএভএবআ, 'লেভেবা' ;

সএবএলই > সএবএ'লই~সএ'বএ'লই, 'চেবেলী' ;

তুঃ সএবএলআ, 'চেবেলা' ;

ধএমএলইআ > ধএমএ'লইআ~ধএ'মএ'লইআ, 'ধেমেলীয়া' ,

তুঃ ধএমআলই, 'ধেমালী' ,

মএমএবই > মএমএ'বই~মএ'মএ'বই, 'মেমেৰী' ,

তুঃ মএমএবআ, 'মেমেৰা' ; ইত্যাদি ।

৬.২১.১২ এ + ব্যঞ্জন + অ' হ'লে

এ' + ব্যঞ্জন + অ', অথবা বিকল্পে,

এ + ব্যঞ্জন + অ' হয় । যেনে,

ভএলঅ'হউ > ভএ'লঅ'হউ~ভএলঅ'হউ, 'ভেলহু' ;

তুঃ ভএলএঙআ, 'ভেলেঙা' ।

৬.২২ অ স্বৰৰ পৰিবৰ্ত্তন ।

৬.২২.১০ অআ > ওআ ।

অৰ্থাৎ অ ৰ পিচতে আসন্ন বৰ্ণৰূপে আ থাকিলে অ ৰ ঠাইত ও ৰ আদেশ হয় ।

ধাতুৰ সাধন আৰু ৰূপত বিশেষকৈ এই পৰিবৰ্ত্তন লক্ষ্য কৰা যায় । যেনে,

লঅআ > লওআ, লোৱা' ( যেনে, 'তুমি লোৱা' ) । মূল ধাতুটো 'ল' ; যেনে, 'মই লওঁ' ; 'সি লয়' ; ইত্যাদি । ইয়াৰ পিচত ধাতুৰূপৰ বিভক্তি '-আ' লগ হোৱাত ধাতুটোৰ পদান্ত অ ৰ ও লৈ সন্ধিৰ পৰিবৰ্ত্তন হল, অৰ্থাৎ অ ৰ ঠাইত ও ৰ আদেশ হল । সেইদৰে,

কঅআ > কওআ, 'কোৱা' ;

কঅআলওঁ > কওআলওঁ, 'কোৱালোঁ' ;

তুঃ কঅওঁ, 'কওঁ' ; কঅএ', 'কয়' ; ইত্যাদি ।

নঅকঅআ > নওকওআ, 'নোকোৱা' ;

নঅলঅআ > নওলওআ, 'নোলোৱা' ; ইত্যাদি ।

শেহৰ উদাহৰণ দুটাত প্ৰথম অক্ষৰৰ অ ৰ ঠাইত ও ৰ আদেশ সন্ধি পৰিবৰ্ত্তন বুলি ক'ব নোৱাৰি। নঞাৰ্থক প্ৰাকৃতি { নঅ } অৰ বিশেষ বৈশিষ্ট্য ৰূপেহে { নও } ( ='নো' ) এই উপাকৃতি পোৱা গৈছে।

৬.২২.১১ অঅ > অওঅ ~ অঅ ~ অ।

অৰ্থাৎ দুটা অ্অ ওচৰাউচৰিকৈ থাকিলে প্ৰথম অ ৰ ঠাইত বিকল্পে অও ৰ আদেশ হয় নাইবা ই লোপ পায়।

এই পৰিবৰ্ত্তনো ধাতুৰ ৰূপত পোৱা যায়। যেনে,

লঅঅ > লঅওঅ ~ লঅঅ ~ লঅ, 'লৱ' ~ 'ল' ( যেনে, 'তই লৱ, মই নলওঁ' ; ইত্যাদি ),

কঅঅ > কঅওঅ ~ কঅঅ ~ কঅ, 'কৱ' ~ 'ক' ( যেনে, 'মই কওঁ, তয়ো কৱ, সিও কয়' ; ইত্যাদি )।

থঅঅ > থঅওঅ ~ থঅঅ ~ থঅ. 'থৱ' ~ 'থ' ;

বঅঅ > বঅওঅ ~ বঅঅ ~ বঅ, 'ৱৱ' ~ 'ব'।

৬ ২২.১২ অ + ব্যঞ্জন + ই > অ' + ব্যঞ্জন + ই : পৰিবেশ (২) (খ)।

মঅতই > মঅ'তই, 'মতি' ; তুঃ মঅত, 'মত' ;

লঅতই > লঅ'তই, 'লতি' ;

লঅতইকআ > লঅ'তইকআ, 'লতিকা' ;

তুঃ লঅতআ, 'লতা' ,

সআগঅলই > সআগঅ'লই, 'ছাগলী' ;

তুঃ সআগ, সআগঅল, 'ছাগ' ; 'ছাগল',

পউৰঅথই > পউৰঅ'থই, 'পুৰঠি' ; তুঃ পউৰঅথ, 'পুৰঠ' ;

পঅথইআ > পঅ'থইআ, 'পঠিয়া' ;

তুঃ পঅথআ, 'পঠা' ; পঅথআওঁ 'পঠাওঁ' ; ইত্যাদি।

কঅবই > কঅ'বই, 'কবি' ;

কঅবইসইল > কঅ'বইসইল, 'কবিছিল' ;

তুঃ কঅবওঁ, 'কবোঁ' ; কঅয়আয়, 'কয়ায়' ;

বঅহইলওঁ > বঅ'হইলওঁ, 'বহিলোঁ' ; ইত্যাদি।

৬.২২.১৩ **অই>অ'ই।**

অৰ্থাৎ অ ৰ পিচত আসন্ন বৰ্ণ ৰূপে **ই** থাকিলে অ ৰ ঠাইত অ' ৰ আদেশ হয়। যেনে,

**কঅইসইলও > কঅ'ইসইলও**, 'কৈছিলোঁ';

**লঅই > লঅ'ই**, 'লৈ';

**লঅইসইলই > লঅ'ইসইলই**, 'লৈছিলি';

**বঅইসইল > বঅ'ইসইল**, 'বৈছিল'; ইত্যাদি।

৬.২২.১৪ **অ+ব্যঞ্জন+উ>অ'+ব্যঞ্জন+উ**; পৰিবেশ (২) (ক)।

যেনে,

**বঅহউআ > বঅ'হউআ**, 'বহুৱা'; তুঃ **বঅহ**, 'বহ',

**বঅনউআ > বঅ'নউআ**, 'বণুৱা'; তুঃ **বঅন**, 'বণ';

**বঅনউআ > বঅ'নউআ**, 'বনুৱা'; তুঃ **বঅন**, 'বন',

**আতঅহউ > আতঅ'হউ**, 'আঠুহ';

**ঘঅবউআ > ঘঅ'বউআ**, 'ঘৰুৱা', তুঃ **ঘঅব**, 'ঘৰ'; ইত্যাদি।

৬.২২.১৫ **অ+ব্যঞ্জন+অ+ই** অথবা **উ>**

**অ+ব্যঞ্জন+অ'+ই** বা **উ**; বিকল্পে,

**অ'+ব্যঞ্জন+অ'+ই** বা **উ**। যেনে,

**খঅবঅসই > খঅবঅ'সই ~ খঅ'বঅ'সই**, 'খৰচী';

তুঃ **খঅবঅস**, 'খৰচ'; **খঅবঅসঅব**, 'খৰচৰ',

**ঘঅবঅসইআ > ঘঅবঅ'সইআ ~ ঘঅ'বঅ'সইআ**, 'খৰচীয়া';

**নঅগঅবই > নঅগঅ'বই ~ নঅ'গঅ'বই**, 'নগৰী';

তুঃ **নঅগঅব**, 'নগৰ';

**যঅলঅহউআ > যঅলঅ'হউআ ~ যঅ'লঅ'হউআ**, 'জলহুৱা';

তুঃ **যঅল**, 'জল'; **যঅলআহ**, 'জলাহ';

**যঅগঅবউ > যঅগঅ'বউ ~ যঅ'গঅ'বউ**, 'জগৰু',

**যঅগঅবইআ > যঅগঅ'বইআ ~ যঅ'গঅ'বইআ**, 'জগৰীয়া';

তুঃ **যঅগঅব**, 'জগৰ';

**আবঅতঅবইআ > আবঅতঅ'বইআ ~ আবঅ'তঅ'বইআ**,

'আৱতৰীয়া'; ইত্যাদি।

৬.২২.১৬ **অ**+ব্যঞ্জন+**অ'**>**অ'**+ব্যঞ্জন+**অ'**, বিকল্পে,
**অ**+ব্যঞ্জন+**অ'**। যেনে,

**যআবঅলঅ'ই**>**যআবঅ'লঅ'ই**~**যআবঅলঅ'ই**, 'যাবলৈ';
তুঃ **যআবঅ**, 'যাব';

**মআতইবঅলঅ'ই**>**মআতইবঅ'লঅ'ই**~
**মআতইবঅলঅ'ই**, 'মাতিবলৈ'; তুঃ **মআতইবঅ**, 'মাতিব',

**পঅৰহআবঅলঅ'ই**>**পঅৰহআবঅ'লঅ'ই**~
**পঅৰহআবঅলঅ'ই**, 'পঢ়াবলৈ',
তুঃ **পঅৰহআবঅ**; 'পঢ়াব' ইত্যাদি।

৬.২২.১৭ **অ'**+ব্যঞ্জন+**অ**>**অ'**+ব্যঞ্জন+**অ'**।

অৰ্থাৎ পূৰ্ব্ববৰ্ত্তী অক্ষৰত **অ'** থাকিলে একাকী ব্যঞ্জন ব্যৱধায়ক ৰূপে থাকিলেও পৰবৰ্ত্তী অক্ষৰৰ **অ** ৰ ঠাইত **অ'**ৰ আদেশ হয়। যেনে,

**হঅ'বঅলআ**>**হঅ'বঅ'লআ**, 'হ'বলা';

**হঅ'বঅ**>**হঅ'বঅ'**, 'হ'ব';

**থঅ'বঅ**>**থঅ'বঅ'**, 'থ'ব',

**কঅ'বঅ**>**কঅ'বঅ'**, 'ক'ব';

**বঅ'বঅ**>**বঅ'বঅ'**, 'ব'ব'; ইত্যাদি।

৬.২২.১৮ **অ**+ব্যঞ্জন+**ই**>**অ'**+ব্যঞ্জন+**ই**, বিকল্পে,
**অ**+ব্যঞ্জন+**ই**; পৰিবেশ (২) (গ)। যেনে,

**ধঅনই**>**ধঅনই**~**ধঅ'নই**, 'ধনী'; তুঃ **ধঅন**, 'ধন';

**মঅৰঅনইআল**>**মঅৰঅ'নইআল**~
**মঅ'ৰঅ'নইআল**, 'মৰমিয়াল'; তুঃ **মঅৰঅম**, 'মৰম';

**ফঅনই**>**ফঅনই**~**ফঅ'নই** 'ফনী';

**মঅনই**>**মঅনই**~**মঅ'নই**, 'মণি'; ইত্যাদি।

৬.২২.১৯ অনুনাসিক **অঁ** ৰব পৰবৰ্ত্তী অক্ষৰত **ই** থাকিলেও পৰিবৰ্ত্তন নহয়। যেনে,

**বঅঁতইআ**, 'বঁটিয়া'; তুঃ **বঅঁত**, 'বঁট';

**কঅঁতইআ**, 'কঁটিয়া';

**দইঅঁতই**, 'দিয়ঁতী' ;

**মঅৰঅঁতই**, 'মৰঁতী' ইত্যাদি।

**অঁ** অৰ অনুনাসিকত্ব যদি অবিশিষ্ট হয়, অৰ্থাৎ নাসিক্য ব্যঞ্জনৰ পৰবৰ্ত্তী [ অঁ ] হ'লে, সেই **অঁ** (=[ **অঁ** ]) ৰ ঠাইত বিকল্পে **অঁ** ৰ আদেশ হয়। যেনে,

**মঅঁতইআ~মঅঁ'তইআ**, 'মটীয়া'।

**৬.২৩ ও স্বৰৰ পৰিবৰ্ত্তন।**

৬.২৩.১০ **ওই>উই** ; যেনে,

**যওই>যউই**, 'শুই', তুঃ **যওআ**, 'শোৱা' ; **যওঅন**, 'শোৱন' ;

**নওধওই>নউধউই**, 'সুধুই' ; তুঃ **ধও**, 'ধো' ; **ধওঅ**, 'ধোৱ' ; **ধওআ**, 'ধোৱা' ; ইত্যাদি।

৬.২৩.১১ **ও**+ব্যঞ্জন+**ই**>**উ**+ব্যঞ্জন+**ই**। যেনে,

**ওলইআ>উলইআ**, 'উলিয়া' ; তুঃ **ওলআ**, 'ওলা' ; **ওলআল**, 'ওলাল' ;

**ভওগইলএ'>ভউগইলএ'**, 'ভুগিলে' ; তুঃ **ভওগ**, 'ভোগ', **ভওগওঁতআ**, 'ভোগোঁতা' ;

**যওগই>যউগই** 'যুগি' অৰ্থাৎ 'যোগী', তুঃ **যওগ**, 'যোগ' ;

**ৰওহইনই>ৰউহইনই**, 'ৰুহিনি' অৰ্থাৎ 'ৰোহিণী' ;

**যওলই>যউলই**, 'সুলী' ; তুঃ **যওলআ**, 'সোলা' ;

**ভএকওলই>ভএ'কউলই**, 'ভেকুলী' ; তুঃ **ভএকওলআ**, 'ভেকোলা' ;

**সআকওলই>সআকউলই**, 'চাকুলী' ; তুঃ **সআকওলআ**, 'চাকোলা' ;

**যআঁতওৰইলওঁ>যআঁতউৰইলওঁ**, 'সাঁতুৰিলোঁ' ;
তুঃ **যআঁতওৰ**, 'সাঁতোৰ' ; ইত্যাদি।

(ঁ) (ঁ)

৬.২৩.১২ **ও**+**অ**+ব্যঞ্জন+**ই**>**উ**+**অ**+ব্যঞ্জন+**ই** ; যথা,—

**কওঁঅৰই>কউঅ'ৰই**, 'কুঁৱৰী' ; তুঃ **কওঁঅৰ**, 'কোঁৱৰ' ;

**যওঁঅৰইলওঁ>যউঅ'ৰইলওঁ**, 'সুঁৱৰিলোঁ' ;
তুঃ **যওঁঅৰ**, 'সোঁৱৰ' ; **যওঁঅৰঅনই**, 'সোঁৱৰণি' ;

**ওঅলই>উঅ'লই**, 'উৱলি' ; তুঃ **ওঅলএ'**, 'ওৱলে' ; ইত্যাদি।

৬.২৩.১৩ ও + ব্যঞ্জন + অ + ব্যঞ্জন + ই > উ + ব্যঞ্জন + অ + ব্যঞ্জন + ই, যথা,

দওপঅবইআ > দউপঅ'বইআ, 'দুপৰীয়া';
তুঃ দওপঅব, 'দোপৰ' ( যেনে, 'দোপৰ নিশা' );
দওখঅবই > দউখঅ'বই, 'ডুখৰি'; তুঃ দওখঅব, 'ডোখৰ'।

৬.২৪ ই স্বৰৰ পৰিবৰ্ত্তন।

৬.২৪.১০ ইই > ইই > ই; যথা,
দইইসএ' > দইইসএ'~দইসএ', 'দিছে';
তুঃ দইআ, 'দিয়া'; দইলএ', 'দিলে';
পইইসইল > পইইসইল~পইসইল, পিছিল';
তুঃ পইআলওঁ, 'পিয়ালোঁ', পইলআ, 'পিলা';
নইইসইলওঁ > নইইসইলওঁ~নইসইলওঁ, 'নিছিলোঁ';
তুঃ নইলএ', 'নিলে';
দআইই > দআইই~দআই, 'দায়ী';
তুঃ দআই, 'দায়'; দআইএ', 'দায়ে';
কআইইক > কআইইক~কআইক, 'কায়িক'; তুঃ কআই, 'কায়';
নআইইকআ > নআইইকআ~নআইকআ, 'নায়িকা';
তুঃ নআইঅক, 'নায়ক';
গআইইকআ > গআইইকআ~গআইকআ, 'গায়িকা';
তুঃ গআইঅক, 'গায়ক'; ইত্যাদি।

৬.২৪.১১ আই + এ অথবা এ' >
আইএ অথবা আইএ'~আএ অথবা আএ'; যথা,
বআইএক > বআইএক~বআএক 'বায়েক';
তুঃ বআইব, 'বাইব';
বআইএ' > বআইএ'~বআএ', 'বায়ে'~'বায়'
ভআইএকএ' > ভআইএকএ'~ভআএকএ', 'ভায়েকে';
তুঃ ভআই, 'ভাই';

**মওমআইএর>মওমআইএর~মওমআএর**, 'মোমায়ের' ;
তুঃ **মওমআই**, 'মোমাই' ; ইত্যাদি।

৬.২৫ **আ স্বরের পরিবর্ত্তন।**

৬.২৫.১০ পূর্ব্ববর্ত্তী অক্ষরে **ই** অথবা **উ** না থাকিলে, **আআ>ওআ**। ধাতুর সাধন আর রূপে এই পরিবর্ত্তন দেখা যায়। যথা,

**খআআ>খওআ**, 'খোবা' ; তুঃ **খআ**, 'খা' ; **খআওঁ**, 'খাওঁ,'
**খআলএ'**, 'খালে,' ; **খআএ'**, 'খায়' ;

**পআআ>পওআ**, 'পোবা' ; তুঃ **পআ**, 'পা' ; **পআলই**, 'পালি' ;
**পআবঅ**, 'পাব', ;

**কঅরআআ>কঅরওআ**, 'করোবা' , তুঃ **কঅরআ**, 'করা' ;

**পঅরহআআ>পঅরহওআ**, 'পঢ়োবা' ; তুঃ **পঅরহআ**, 'পঢ়া' ;

**কআতআআ>কঅতওআ**, 'কটোবা' ; তুঃ **কআতআ**, 'কাটা' ;
**কঅতআওঁ**, 'কটাওঁ, ; ইত্যাদি।

৬.২৫.১১ **ই** অথবা **উ+আআ>ই** অথবা **উ+ওআ**, বিকল্পে,
**ই** অথবা **উ+উআ** ; যথা,

**দইআআ>দইওআ~দইউআ**, 'দিওবা' ;
তুঃ **দইআ**, 'দিয়া' ; **দইআওঁ**, 'দিয়াওঁ' ;

**নইআআ>নইওআ~নইউআ**, 'নিওবা' ;
তুঃ **নইআ**, 'নিয়া' ; **নইআএ'**, 'নিযায়' ,

**সঅ'তইআআ>সঅ'তইওআ~সঅ'তইউআ**, 'ছটিওবা' ;
তুঃ **সঅ'তইআ**, 'ছটিয়া' ;

**খউআআ>খউওআ~খউউআ**, 'খুউবা' ;
তুঃ **খউআ**, 'খুবা' ; **খউআলএ'**, 'খুবালে' ;

**বঅহউআআ>বঅ'হউওআ~বঅ'হউউআ**, 'বহউবা' ;
তুঃ **বঅহ**, 'বহ' ; **বঅ'হউআ**, 'বহুবা' ;

**যউনউআআ>যউনউওআ~যউনউউআ**, 'জহুউবা' ;
তুঃ **যউনআ**, 'জনা' ; '**যউনউআ**, 'জহুবা' ; ইত্যাদি।

৬.২৫.১২ পৰবৰ্ত্তী অক্ষৰত একাকী ব্যঞ্জনৰ পিচত ই নাথাকিলে,
আঅ > আওঅ ~ আঅ ; যথা,
খআঅন > খআওঅন ~ খআঅন 'খাৱন' ; তুঃ খআ, 'খা।
৬.২৫.১৩ পৰবৰ্ত্তী অক্ষৰত একাকী ব্যঞ্জনৰ পিচত ই থাকিলে,
আঅ > আওঅ' ~ আঅ' ; যথা,
খআঅবইআ > খআওঅ'বইআ ~ খআঅ'বইআ, 'খাৱৰীয়া'।
৬.২৫.১৪ আইআ > অ'ইআ ; যথা,
ঘআইআ > ঘঅ'ইআ, 'ঘৈয়া' ; তুঃ ঘআ, 'ঘা'।
৬.২৫.১৫ ব্যৱধায়ক ব্যঞ্জন নাসিক্য ভিন্ন অন্য হ'লে,
আ + ব্যঞ্জন + ইআ > অ' + ব্যঞ্জন + ইআ ; যথা,
দআবইআ > দঅ'বইআ, 'ডবিয়া' ; তুঃ দআবই, 'ডাবি' ;
মআতইআ > মঅ'তইআ, 'মটীয়া' ; তুঃ মআতই, 'মাটি' ;
একআতইআ > একঅ'তইআ, 'একতীয়া' ; তুঃ কআতই, 'কাতি' ;
ইকআতই, 'ইকাতি', ষইকআতই, 'সিকাতি' ;
বআতইআনএ' > বঅ'তইআনএ', 'বটিয়ানে' ;
বআতইআ > বঅ'তইআ 'বটিয়া' ; তুঃ বআতই, 'বাটি' ;
যআপইআওঁ > যঅ'পইআওঁ, 'জপিয়াওঁ' ;
তুঃ যআপ, 'জাপ' ; যঅ'পইআ, 'জপিয়া' ;
আওহআতইআ > আওহঅ'তইআ, 'আওহতীয়া' ;
তুঃ হআত, 'হাত' ; ইত্যাদি।
৬.২৫.১৬ মাজৰ ব্যৱধায়ক ব্যঞ্জন নাসিক্য হ'লে,
আ + ব্যঞ্জন + ইআ > অ + ব্যঞ্জন + ইআ ; যথা,
পআনইআ > পঅনইআ, 'পনীয়া' ; তুঃ পআনই, 'পানী' ;
যওগআনইআ > যওগঅনইআ, 'যোগনীয়া' ;
তুঃ যওগআন, 'যোগান' ; যওগআনই, 'যোগানি' ;
আওকআনইআ > আওকঅনইআ, 'আওকণীয়া' ;
তুঃ কআন, 'কাণ' ; আওকআন, 'আওকাণ'।
৬.২৫.১৭ আ + ব্যঞ্জন + উআ > অ' + ব্যঞ্জন + উআ ; যথা,
মআসউআ > মঅ'সউআ, 'মছুৱা' ; তুঃ মআস, 'মাছ' ;

ধআরউআ > ধঅ'রউআ, 'ধরুয়া' ; তু: ধআর, 'ধার' ;
যআতউআ > যঅ'তউআ, 'জতুয়া' ; তু: যআত, 'জাত' ;
পঅথআরউআ > পঅ'থঅ'রউআ, 'পথরুয়া' ; তু: পঅথআর, 'পথার' ;
বঅঙআলউআ > বঅঙঅ'লউআ, 'বঙলুয়া' ; তু: বঅঙআল, 'বঙাল' ;
নআসউআ > নঅ'সউআ, 'নচুয়া' ; তু: নআস, 'নাচ' ;
ভআতউআ > ভঅ'তউআ, 'ভতুয়া' ; তু: ভআত, 'ভাত' ;
ঘআতউআ > ঘঅ'তউআ, 'ঘটুয়া' ; তু: ঘআত, 'ঘাট' ;
হআগউআ > হঅ'গউআ, 'হগুয়া' ; তু: হআগ, 'হাগ' ;
হআতউআই > হঅ'তউআই, 'হতুয়াই' ; তু: হআত, 'হাত', ইত্যাদি।

৬.২৫.১৮ আঁ + ব্যঞ্জন + উআ > অঁ + ব্যঞ্জন + উআ, যথা,
দআঁতউআ > দঅঁতউআ, 'দঁতুয়া' ; তু: দআঁত, 'দাঁত' ;
হআঁহউআ > হঅঁহউআ, 'হঁহুয়া' ; তু: হআঁহ, 'হাঁহ' ; ইত্যাদি।

৬.২৫.১৯ আ + ব্যঞ্জন + আ > অ + ব্যঞ্জন + আ ; যথা,
মআহআ > মঅহআ, 'মহা' ; তু: মআহই, 'মাহী' ;
কআনআ > কঅনআ, 'কণা' ; তু: কআনই, 'কাণী' ;
সআকআ > সঅকআ, 'চকা' ; তু: সআক, 'চাক' ;
বআপআই > বঅপআই, 'বপাই' ; তু: বআপ, 'বাপ' ;
দআকআইত > দঅকআইত, 'ডকাইত' ; তু: দআকউ, 'ডাকু',
কআতআওঁ > কঅতআওঁ 'কটাওঁ' ;
তু: কআত, 'কাট' ; কআতইলএ' 'কাটিলে' ; ইত্যাদি।

৬.২৫.২০ আ + ব্যঞ্জন + ব্যঞ্জন + আ >
অ + ব্যঞ্জন + ব্যঞ্জন + আ ; যথা,
কআনদআলএ' > কঅনদআলএ', 'কন্দালে' ;
তু: কআনদ, 'কান্দ' ; কআনদইলএ', 'কান্দিলে' ;
বআনধআ > বঅনধআ, 'বন্ধা' ;
তু: বআনধ, 'বান্ধ' ; বআনধওঁ, 'বান্ধোঁ' ; ইত্যাদি।

ওপরৰ সূত্রত সংযুক্ত ব্যঞ্জনৰ আদি ব্যঞ্জনটো নাসিক্য হ'লেহে সাধাৰণতে এই পৰিবৰ্ত্তন দেখা যায়।

(ˆ)
৬.২৫.২১ আ+ব্যঞ্জন+অ+ব্যঞ্জন+আ>
(ˆ).
অ+ব্যঞ্জন+অ+ব্যঞ্জন+আ, যথা,

আযঅলআ>অযঅলআ, 'অজলা', তুঃ আযঅ'লই, 'আজলী',

বআতঅৰআ>বঅতঅৰআ 'বতৰা'; তুঃ বআতঅ'ৰই, 'বাতৰি',

কআযঅলআ>কঅযঅলআ, 'কজলা,, তুঃ কআযঅ'লই, 'কাজলী',
কআযঅল, 'কাজল',

আঁকঅৰআ>অঁকঅৰআ, 'অঁকৰা', তুঃ আঁকঅ'ৰই, 'আঁকৰী';

বআকঅৰআনই>বঅকঅৰআনই, 'বকৰানি';
তুঃ বআকঅ'ৰই, 'বাকৰি', ইত্যাদি।

(ˆ)
৬.২৫.২২ আ(+ন)(+ব্যঞ্জন)+স্বৰ+ব্যঞ্জন+আ>
(ˆ)
আ(+ন)(+ব্যঞ্জন)+স্বৰ+ব্যঞ্জন+আ।

এই সূত্ৰত 'স্বৰ' শব্দই মাথোন ই উ ও বুজাইছে। যথা,

পআওনআ>পআওনআ 'পাওনা';

ভআওনআ>ভআওনআ, 'ভাওনা',

নআওৰআ>নআওৰআ, 'নাওৰা';

হআতওৰআ>হআতওৰআ, 'হাতোৰা';

কআমওৰআ>কআমওৰআ, 'কামোৰা',

আঁসওৰআ>আঁসওৰআ, 'আচোঁৰা';

বআগইসআ>বআগইসআ, 'বাগিছা';

নআতইকআ>নআতইকআ, 'নাটিকা';

বআলইকআ>বআলইকআ, 'বালিকা';

পআলইৰআ>পআলইৰআ, 'পালিৰা';

নআসইসআ>নআসইসআ, 'নাচিছা';
তুঃ নআস, 'নাচ'; নঅসউআ, 'নচুৱা';

হআগউৰআ>হআগউৰআ, 'হাগুৰা';

কআনৰউৰআ>কআনৰউৰআ, 'কান্দুৰা'; ইত্যাদি।

( ঁ )
৬.২৫.২৩ আ (+ব্যঞ্জন)+ৰব+ব্যঞ্জন+ই অথবা উ+আ>
( ঁ )
আ (+ব্যঞ্জন)+ৰব+ব্যঞ্জন+ই অথবা উ+আ , যথা,

খআতঅনইআব>খআতঅনইআব, 'খাটনিয়াব' ;
তুঃ খআত, 'খাট' , খঅ'তউআ, 'খটুৱা' ;
বআমউনইআ>বআমউনইআ, 'বামুনীয়া' ;
বআপঅ'তইআ>বআপঅ'তইআ, 'বাপতীয়া' ;
যআঁসঅ'তইআ>যআঁসঅ'তইআ, 'সাঁচতীয়া' ,
আলঅ'তইআ>আলঅ'তইয়া, 'আলতীয়া' ;
হআলঅ'থইআ>হআলঅ'থইআ, 'হালধীয়া' ,
কআঁইতইআ>কআঁইতইআ, 'কাঁইটীয়া' ,
আঁওবইআ>আঁওবইআ, 'আঁৱৰীয়া' ;
মআউবইআ>মআউবইআ 'মাউৰীয়া' ,
আসঅ'হউআ>আসঅ'হউআ, 'আচহুৱা' ,
আলঅ'যউআ>আলঅ'যউআ, 'আলহুৱা' ,
বআতঅ'বউআ>বআতঅ'বউআ, 'বাটকুৱা' ;
যআকঅ'বউআ>যআকঅ'বউআ, 'জাককুৱা' ,
আকঅ'লউআ>আকঅ'লউআ, 'আকলুৱা' , ইত্যাদি।

( )
৬.২৫.২৪ আওঅ'+ব্যঞ্জন+ইআ>
( ঁ )
আওঅ'+ব্যঞ্জন+ইআ ; যথা,

গআঁওঅ'লইআ>গআঁওঅ'লইআ, 'গাঁৱলীয়া' ;
নআওঅ'বইআ>নআওঅ'বইআ, 'নাৱৰীয়া' ;
দআওঅ'বইআ>দআওঅ'বইআ, 'ডাৱৰীয়া' ; ইত্যাদি।

**৬.২৫.২৫ নিপাতন।**

৬.২৫.২৫১ কেতবোৰ শব্দত আ ৰ কোনো পৰিবৰ্ত্তন নহয়। এনে শব্দবোৰত আ ৰ প্ৰয়োগ ব্যতিক্ৰম বুলি ক'ব পাৰি।[৩৫] যেনে,

**ষআৰউআ>ষআৰউআ**, 'সাৰুৱা'; তুঃ **ষআৰ**, 'সাৰ';

কিন্তু, **ধআৰউআ>ধঅ'ৰউআ**, 'ধৰুৱা';

**যআলওআ>যআলওআ**, 'জালোৱা'; তুঃ **যআল**, 'জাল';

**কআনইআ>কআনইআ**, 'কানীয়া'; তুঃ **কআনই**, 'কানি';

**কআতইআ>কআতইআ**, 'কাতীয়া', তুঃ **কআতই**, 'কাতি';

**বআলইআ>বআলইআ**, 'বালীয়া';

**বআতইআ>বআতইআ**, 'বাতীয়া';

**যআগইআল>যআগইআল**, 'জাগীয়াল';

**বআগইআল>বআগইআল**, 'বাগিয়াল';

**যআগইআলইআ>যআগইঅ'লইআ**, 'জাগীয়লীয়া';

**দআঁতইআলইআ>দআঁতইঅ'লইআ**, 'দাঁতিয়লীয়া';

**ভআতইআলই>ভআতইআলই**, 'ভাটিয়ালী'; ইত্যাদি।

---

৩৫. সন্ধি পৰিবৰ্ত্তনত এটা সন্ধিবৰ্ণৰ বিভিন্ন আদেশবোৰকে দেখুওৱা হয়। একে যেন লগা বৰ্ণৰ যদি আদেশত ব্যতিক্ৰম অৰ্থাৎ বিৰোধ দেখা যায় তেনেহলে তেনে বৰ্ণক স্বকীয়া সন্ধিবৰ্ণ বুলি স্বীকাৰ কৰা হয়। অসমীয়া ভাষাত একে যেন লগা আৰু একেধৰেই উচ্চাৰিত হোৱা আ ৰ দুটা বিৰোধী আদেশ পোৱা যায়। যেনে, 'সাৰ'+'উৱা'='সাৰুৱা', 'সাৰ যুক্ত বা সাৰ থকা' (যেনে, 'সাৰুৱা মাটি'), আৰু 'ধাৰ'+'উৱা'='ধৰুৱা', 'ধাৰ (ঋণ) যুক্ত বা ধাৰ থকা' (যেনে, 'ধৰুৱা মানুহ')। ইয়াত, 'সাৰ' আৰু 'ধাৰ' শব্দত দেখাত আৰু উচ্চাৰণতো একে আ পোৱা যায়। এই শব্দ দুটাৰ পিচতো একে ধ্বনি যুক্ত 'উৱা' প্ৰত্যয়টো যোগ কৰা হৈছে। তথাপি শব্দ দুটাৰ এটাত আ ৰ কোনো পৰিবৰ্ত্তন নহল, কিন্তু আনটোত আ ৰ ঠাইত অ' ধ্বনি আদেশ হল। অৰ্থাৎ, শব্দ দুটাত আ ৰ আদেশত বিৰোধ ঘটিছে। এতেকে শব্দ দুটাৰ আ দুটা স্বকীয়া সন্ধিবৰ্ণৰে সৃষ্টি হৈছে। একে যেন লাগিলেও এনে ক্ষেত্ৰত সন্ধিবৰ্ণ স্বকীয়া আখৰেৰে লিখা হয়। আমাৰ বৰ্ত্তমান আলোচনাত উক্ত বিৰোধ দেখুৱাই একে আ ৰ ব্যতিক্ৰম বুলি কোৱা হৈছে।

সন্ধিবৰ্ণৰ এনে ব্যতিক্ৰম ভাষাৰ গুণহত পৰা নানান প্ৰভাৱৰ পৰিণতি মাথোন। এই ব্যতিক্ৰম বা বিৰোধী আদেশবোৰে ভাষাৰ ঐতিহাসিক বিবৰ্ত্তনলৈ ইঙ্গিত দিয়ে।

৬.২৫.২৫২ আআ>আ ; যেনে,

**কঅথআআযআৰ>কঅথআযআৰ, 'কথাযাৰ'।**

**৬.৩০ ব্যঞ্জন বৰ্ণৰ সন্ধি-পৰিবৰ্ত্তন।**

৬.৩১ অসমীয়া ভাষাত ব্যঞ্জন বৰ্ণৰ সন্ধি-পৰিবৰ্ত্তন বিৰল। যাথোন কেইটামান পৰিবেশত দুই এটা পৰিবৰ্ত্তন লক্ষ্য কৰা যায়। এই পৰিবৰ্ত্তনবোৰ উচ্চাৰণতেই নিহিত আছে, লিখিত ভাষাত এতিয়াও সকলোবোৰ স্বীকৃত হোৱা নাই।

৬.৩২ স্বৰবৰ্ণৰ দৰে ব্যঞ্জনৰ ক্ষেত্ৰতো পৰবৰ্ত্তী ব্যঞ্জনৰ পূৰ্ব্ববৰ্ত্তী ব্যঞ্জনৰ ওপৰত গুৰুতৰ প্ৰভাৱ দেখা যায়। তলত তাৰে কেইটামান আলোচনা কৰা হৈছে।

৬.৩২.১০ পৰবৰ্ত্তী ব্যঞ্জন সঘোষ হ'লে পূৰ্ব্ববৰ্ত্তী অঘোষ অল্পপ্ৰাণ ব্যঞ্জনৰ ঠাইত একে বৰ্গৰ সঘোষ ব্যঞ্জনৰ আদেশ হয়। যেনে,

ক>গ : **দআকগআৰই > দআগগআৰই,** 'ডাগ্‌গাড়ী' অৰ্থাৎ 'ডাক্‌গাড়ী' ;

ত>দ : **যআতদইন>যআদদইন,** 'সাদ্‌দিন' অৰ্থাৎ 'সাতদিন' ;
**যআতদআল>যআদদআল,** 'সাদ্‌দাল' অৰ্থাৎ 'সাতডাল' ;
**যআতবআৰ>যআদবআৰ,** 'সাদ্‌বাৰ' অৰ্থাৎ 'সাতবাৰ' ;
**মআতবওল>মআদবওল,** 'মাদ্‌বোল' অৰ্থাৎ 'মাতবোল' ;
ইত্যাদি।

৬.৩২.১১ কেতিয়াবা ত+দ>দ ; যেনে,
**যআতদইন>যআদইন,** 'সাদিন' ;
**যআতদইনইআ>যআদইনইআ,** 'সাদিনীয়া'।

৬.৩২.১২ কেতিয়াবা পূৰ্ব্ববৰ্ত্তী মহাপ্ৰাণ বৰ্ণ অল্পপ্ৰাণ হোৱা দেখা যায়। যেনে,

**বউধবআৰ>বউদবআৰ,** 'বুদবাৰ' অৰ্থাৎ 'বুধবাৰ' ;
**আধ (আ) মঅ'হইআ>আদমঅ'হইআ,** 'আদ্‌মহীয়া' ;
**আধ (আ) তওলআ>আদতওলআ,** 'আদ্‌তোলা' ;
ইত্যাদি।

৬.৩২.১৩ সংখ্যাবাচক 'এক' আৰু 'দুই' শব্দৰ পিচত 'জন', 'খন', 'তাল' আদি নিৰ্দ্দেশক লগ লাগিলে 'এক' আৰু 'দুই'ৰ ক্ৰমান্বয়ে 'ক' আৰু 'ই' বৰ্ণ লোপ হোৱা দেখা যায়। যথা,

একবঅন>এবন, 'এজন';

একবআৰ>এবআৰ, 'এবাৰ';

একদআল>এদাল, 'এডাল'; ইত্যাদি।

কিন্তু, একআৰঅ'লই>একআযঅ'লই, 'একাজলি',

একআঁথউ>একআঁথউ, 'একাঠু' ইত্যাদি।

দউইদইন>দউদইন, 'দুদিন';

দউইখঅন>দউখঅন, 'দুখন', ইত্যাদি।

৬.৩২.১৪ কেতিয়াবা দুটা ব্যঞ্জনৰ মাজত একোটা স্বৰবৰ্ণৰ আগম হোৱা দেখা যায়। যেনে, 'পাঁচ', 'সাত', 'আঁঠ' আৰু 'দহ' শব্দৰ পিচত 'টা' নিৰ্দেশক লগ হ'লে মাজতে ও ৰ আগম হয়। যথা,

পঅাঁসতআ>পঅাঁসওতআ, 'পাঁচোটা';

ষআততআ>ষআতওতআ, 'সাতোটা';

আঁথতআ>আঁথওতআ, 'আঁঠোটা';

দঅহতআ>দঅহওতআ, 'দহোটা'।

৬.৩২.১৫ তলৰ শব্দ দুটাৰ সংযোগত আ ৰ আগম হৈছে : যেনে,

নআমঅকঅৰঅন>নআমআকঅৰঅন, 'নামাকৰণ'।[৩৭]

৬.৩২.১৬ পিচত 'মান' লগ লাগিলে 'অকণ' আৰু 'অলপ' শব্দৰ অন্ত্য ব্যঞ্জন বিকল্পে লোপ পায়। যথা,

অকঅনমআন>অকঅমআন~অকঅনমআন, 'অকমান'~'অকণমান',

অলঅপমআন>অলঅমআন~অলঅপমআন,~'অলমান'~'অলপমান'।

---

৩৭. গোড়া সকলৰ দুই এজনে 'নামাকৰণ' শব্দটো 'নামকৰণ' লিখে আৰু প্ৰথমটো ভুল বুলি ক'ব খোজে। কিন্তু কথা কোৱা পাৰ্টীতে তেওঁলোকেও অসতৰ্ক অৱস্থাত 'নামাকৰণ' কয়। তেনেকৈয়ে কওঁতে সকলোৱে 'ভাবোপৰি' শব্দটো, (উচ্চাৰণতো অৱশ্যে ভআৰওপঅ'ৰই~ভআৰউপঅ'ৰই) ব্যৱহাৰ কৰে, কিন্তু তেনেকৈ লিখিলেই ই ব্যাকৰণ-দুষ্ট হৈ পৰে। সংস্কৃত ব্যাকৰণৰ নিয়ম মানাটো কাৰণেই অসমীয়া ভাষাৰ সাধাৰণ ভাবে ব্যৱহাৰ হোৱা শব্দক ভুল বুলি কোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে।

ভাষাৰ উদ্ভৱ আৰু বিবৰ্তনত নানা প্ৰকাৰৰ পৰিবৰ্তন বা বিকাশ দেখা যায়। এই সকলোবোৰতে একোটা অন্তৰ্নিহিত অথবা বহিৰ্ভূত হেতু [illegible]। এই 'হেতু' [illegible] উদ্ধাৰ কৰিব নোৱাৰিলে আপাতদৃষ্টিত পৰিবৰ্তিত ৰূপটোক ভুল বুলি কোৱাটো আমাৰ অভ্যাস। অসমীয়া ভাষাৰ 'নামাকৰণ' শব্দটো 'ভুল'; কিন্তু সংস্কৃত '[illegible]', '[illegible]', '[illegible]', আৰু অসমীয়াতো 'দুখাদাৰ', 'মনোযোগ', 'সাতোটা' আদি শব্দ[illegible] শুদ্ধ।

# পুথি সূচী


১। Abhyankar, K. V. : A Dictionary of Sanskrit Grammar. Baroda, 1961. অসমীয়া বৰ্ণ-প্ৰকাশৰ বহুতো পাৰিভাষিক শব্দ এই পুথিৰ পৰা লোৱা হৈছে।

২। Allen, W. S. : Phonetics in Ancient India. Oxford University Press, 1953. প্ৰাচীন ভাৰতীয় ধ্বনি বিজ্ঞানৰ ধাৰা চমুৱাই আলোচনা কৰা হৈছে। সংস্কৃত ভাষাৰ ধ্বনিবৈজ্ঞানিক বৈশিষ্ট্যবোৰ পোৱা যায়।

৩। Bharali, D. : A Study of Phonology and Vocabulary of the Assamese Language. Jorhat, 1959. শ্ৰীদেবানন্দ ভৰালী অসমীয়া ভাষাতত্ত্বৰ গবেষক সকলৰ ভিতৰত এজন আগবণুৱা। তেখেতে এই পুথিত অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰৰ উৎপত্তিৰ আলোচনা প্ৰসঙ্গত ধ্বনিতত্ত্বৰ অৱতাৰণা কৰিছে। ঐতিহাসিক আৰু সাম্প্ৰতিক বিচাৰ পদ্ধতিৰ খেলিমেলি হোৱা দেখা যায়। আলোচনা বিজ্ঞান সম্মত বুলিব নোৱাৰি।

৪। Bharali, D. : অসমীয়া ভাষাৰ মৌলিক বিচাৰ। প্ৰথম সংস্কৰণ ১৯১২ চন ; দ্বিতীয় সংশোধিত সংস্কৰণ ১৯৩২ চন।

৫। Bloch, B. and G. L. Trager : Outline of Linguistic Analysis, Batimore, 1942. সাম্প্ৰতিক ভাষাবৈজ্ঞানিক বিশ্লেষণ নীতিৰ তেনেই চমু আলোচনা পোৱা যায়।

৬। Chatterji, S. K. : Origin and Development of the Bengali Language. Calcutta, 1926.

৭। Chatterji. S. K. : A Brief Sketch of Bengali Phonetics, বঙালী ভাষাৰ ধ্বনিতত্ত্বৰ বহল আৰু নিৰ্ভৰযোগ্য আলোচনা পোৱা যায়।

৮। Ferguson, C. A. and M. Chowdhury : The Phonemes of Bengali, Published in Language, the

Journal of the Linguistic Society of America, (Baltimore, M. D., U. S. A.), Vol. 30, No. I (1960). সাম্প্ৰতিক বিশ্লেষণ পদ্ধতিৰে বঙালী ভাষাৰ বৰ্ণবোৰৰ আলোচনা দাঙি ধৰা হৈছে।

৯। Gleason, H. A.: An Introduction to Descriptive Linguistics. Second Revised Edition, 1962. বৰ্ণনামূলক ভাষা বিজ্ঞানৰ সুগম পাঠ্যপুথি।

১০। Goswami, G. C.: An Introduction to Assamese Phonology. Deccan College, Poona, First Edition 1966. অসমীয়া ভাষাৰ বিশদ আৰু বিতং আলোচনাৰ একমাত্ৰ পুথি।

১১। Goswami, G. C.: ধ্বনি-বিজ্ঞানৰ ভূমিকা। গুৱাহাটী, ১৯৬৬ চন। এই পুথিত ধ্বনি বিজ্ঞানৰ সকলো কথা বিতংকৈ আলোচনা কৰা হৈছে। সামান্য ধ্বনি-বিজ্ঞানৰ (General Phonetics) আলোচনা প্ৰসঙ্গত অসমীয়া ভাষাৰ ধ্বনিৰ বিশেষ ভাবে, আৰু পৃথিৱীৰ বিভিন্ন ভাষাৰ ধ্বনিবোৰৰ সাধাৰণ ভাবে, উদাহৰণ দাঙি ধৰা হৈছে। এই পুথিত ব্যৱহাৰ কৰা পাৰিভাষিক শব্দবোৰেই অসমীয়া বৰ্ণ-প্ৰকাশত ব্যৱহৃত হৈছে। এই পুথিৰ ধ্বনিলিপিকে ইয়াতো গ্ৰহণ কৰা হৈছে। সেয়েহে অসমীয়া বৰ্ণ-প্ৰকাশৰ পাঠকৰ কাৰণে এইখন পুথি একপ্ৰকাৰ অপৰিহাৰ্য্য বুলিব পাৰি।

১২। Goswami, U. N.: A Study on the Kāmrūpi Dialect of Assamese. যন্ত্ৰস্থ। এই গৱেষণামূলক পুথিত ডঃ উপেন্দ্ৰনাথ গোস্বামীয়ে কামৰূপৰ নলবাৰী অঞ্চলৰ উপভাষাটোৰ বিশদ আলোচনা দাঙি ধৰিছে। উজনি আৰু নামনিৰ দুয়োটা উপভাষা পৰস্পৰে পৰস্পৰৰ পৰিপূৰক স্বৰূপ। এই দুয়োটা মুখ্য উপভাষাৰ সামগ্ৰিক ৰূপেই বৃহৎ অসমীয়া ভাষা। এতেকে পুথিখন ছপা হৈ ওলালে অসমীয়া ভাষাৰ বিশ্লেষণমূলক আলোচনাৰ সমৃদ্ধি বাঢ়িব বুলি আশা কৰিব পাৰি।

১৩। Hockett, C. F. : A Manual of Phonology. Baltimore, 1955. পৃথিবীৰ নানান ভাষাৰ ধ্বনিতাত্ত্বিক আলোচনাৰে সমৃদ্ধ এই পুথিখন ভাষাতত্ত্ববিদ সকলৰ একপ্ৰকাৰ অপৰিহাৰ্য্য।

১৪। Jones, D. : An Outline of English Phonetics. Cambridge, 1956. খ্যাতনামা ধ্বনিবিজ্ঞানবিদ Daniel Jones ৰ এই পুথি বৃটিছ ইংৰাজী ভাষাৰ ধ্বনি-বিজ্ঞানৰ ৰূপৰেখা হ'লেও সামান্য ধ্বনি-বিজ্ঞানৰো বিশদ আলোচনা পোৱা যায়। বৃটিছ ইংৰাজীৰ প্ৰামাণ্য পুথি।

১৫। Kakati, B. : Assamese, Its Formation and Development. Second Edition, Revised by Dr. G. C. Goswami, Gauhati, 1962. ডঃ বাণীকান্ত কাকতিৰ এই গবেষণামূলক পুথিখনেই অসমীয়া ভাষাতত্ত্বৰ বৰ্ত্তমানলৈকে একমাত্ৰ নিৰ্ভৰযোগ্য গ্ৰন্থ। অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ বুৰঞ্জী ইয়াত আলোচিত হৈছে।

অসমীয়া ভাষাৰ ধ্বনিতাত্ত্বিক বৰ্ণনামূলক আলোচনা তেনেই চমু: মাথোন ১২ পৃষ্ঠাতে সকলোবোৰ কথা সামৰি থোৱা হৈছে। এই চমু আলোচনাও বহু ঠাইত ঐতিহাসিক ক্ৰমবিকাশৰ আলোচনাৰ সৈতে খেলি মেলি হোৱা দেখা যায়।

১৬। Medhi, K. R. : অসমীয়া ভাষাতত্ত্ব আৰু ব্যাকৰণ। গুৱাহাটী, ১৯৩৬ চন। অসমীয়া ভাষাৰ অসমীয়া ভাষাত লিখা ঐতিহাসিক আলোচনামূলক পুথি হ'লেও আধুনিক ব্যাকৰণৰ বহল আলোচনা পোৱা যায়। ইংৰাজী পাতনিত ভাষাটোৰ উৎপত্তিৰ দীঘলীয়া আলোচনা আছে।

১৭। Pike, K. L. : Phonemics. Ann Arbor, 1947. বৰ্ণবিজ্ঞানৰ বিশ্লেষণ-প্ৰক্ৰিয়াৰ বিশদ আলোচনা থকা একমাত্ৰ পাঠ্য।

---

# অসমীয়া-ইংৰাজী পৰিভাষা

অক্ষৰ syllable

অক্ষৰাধাৰ syllable nucleus

অক্ষৰান্ত coda

অগ্ৰ (-) front, fronted

অগ্ৰ-দন্তমূলীয় produced at the beginning of the alveola

অগ্ৰবৰ্ত্তী fronted

অঘোষ voiceless

অঘোষাভাস half voiceless, voiceless-like

অঘৃষ্ট frictionless

অঘৃষ্টাভাস frictionless-like, almost without friction

অধোগামী falling

অধোমুখী falling

অনাক্ষৰিক non-syllabic

অনিয়ত continuant

অনিয়তাঘৃষ্ট continuant without friction, vowel

অনুক্ৰম segmental

অনুচ্ছেদ section, para

অনুনাসিক nasal

অনুনাসিকতা, অনুনাসিকত্ব nasality, nasalization

অনুনাসিকীভূত nasalized

অনুনাসিক মুক্তি nasal release

অন্তঃস্থ semivowel

অন্ত্য terminal, final

অন্ত্য সন্ধি terminal juncture

অপিনিহিতি epenthesis

অৱনত falling

অৱনত দ্বিস্বৰ falling diphthong

অৱনত সন্ধি falling juncture

অৱস্থান position, situation

অৱস্থানগত positional

অভিন্ন identical

অভিন্ন পৰিবেশ identical environment

অমুক্ত unreleased

অৰ্দ্ধ দীৰ্ঘ half long

অৰ্দ্ধবিবৃত half open

অৰ্দ্ধাঘোষ half voiceless

অল্পপ্ৰাণ unaspirated

অল্পপ্ৰাণীভৱন deaspiration

অস্ফোট unexploded

অয়ত বিকল্প free variation

আক্ষৰিক syllabic

আক্ষৰিকত্ব syllabicity

আক্ষৰিক ধ্বনি liquids

আখৰ letter

আগ tip, apex

আগজিভা front of the tongue
আগতালু cacumina, cerebrum
আগফাল the front side
আগম intrusion
আদি initial
আদেশ substitution
আদ্য initial
আদ্যাদ্গীর্ণ preglottalized
আন্তরক্ষর interlude
আন্তরাক্ষরিক intersyllabic
আন্তঃস্বর intervocalic
আভ্যন্তরীণ, অন্তঃ- internal
আসক্তি affinity
আসন্ন adjacent, contiguous
আংশিক partial
আংশিক রোধ partial obstruction

ইন্দ্রিয় organ

উচ্চ high
উচ্চতা height
উচ্চাভাস lower-high
উচ্চারণ articulation
উচ্চারণ-করণ articulator
উচ্চারণ-ধরণ manner of articulation
উচ্চারণ-স্থান point of articulation
উচ্চারণাত্মক articulatory
উচ্চারিত articulated
উৎপাদন articulation, production
উত্তোলিত raised
উদ্গীর্ণ glottalized
উন্নত high, rising
উন্নত সন্ধি rising juncture
উন্নত দ্বিস্বর rising diphthong
উন্নীত raised
উপধা penultimate
উপধ্বনি allophone
উপমাত্রা allostress
উষ্ম ধ্বনি fricative

ঋণ শব্দ loan word

একক unit
একাকী single
একাক্ষর monosyllable
একাক্ষরী monosyllabic

ওষ্ঠ lip
ওষ্ঠীভবন labialization
ওষ্ঠীভূত labialized
ওষ্ঠ্য labial

কঠিন তালু hard palate
কণ্ঠ glottis
কণ্ঠ্য glottal
কণ্ঠ্য স্পর্শধ্বনি glottal stop
কণ্ঠ্যোষ্ম glottal fricative
কম্পন trill

কম্পিত trilled
কৰণ articulator
কলন modulation
কলিত modulated
কুঞ্চিত groove, grooved
কেন্দ্ৰ centre
কেন্দ্ৰীয় central
কোমল তালু soft palate, velum, velic
ক্ৰম sequence, step

খণ্ড বাক্য phrase

গঠন structure
গলকোষ pharynx
গঠন চানেকি structural pattern
গাঠনিক প্ৰভাৱ structural pressure
গুণ quality, property, attribute
গুৰু heavy
গুৰু অনুনাসিকতা heavy nasalization
গুৰুত্বৰাচক শ্বাসাঘাত emphatic stress
গোট unit, group
গোল, গোলাকাৰ round, rounded
গৌণ secondary

ঘাঁটিকা larynx, Adam's Apple
ঘৰ্ষণ, ঘঁহনি friction
ঘোষ, ঘোষত্ব voice
ঘোষহীন voiceless
ঘৃষ্ট ধ্বনি fricative

চন্দ্ৰবিন্দু sign of nasalization
চাপ pressure
চেপেটা unrounded, flat,

জিভা tongue
জিভাদল blade of the tongue
জিভাৰ আগ tip of the tongue
জিহ্বাগ্ৰ tip of the tongue
জিহ্বাদল blade of the tongue
জিহ্বা প্ৰান্ত front of the tongue

ঢিলা lax, loose.

তৰল ধ্বনি liquid
তালু palate, hard palate
তালুকা roof of the mouth
তালব্য palatal
তালব্যীভৱন palatalization
তালব্যীভূত palatalized
তাড়িত flap, flapped
তীব্ৰতা intensity
ত্ৰিস্বৰ triphthong

দন্তমূল alveola, teeth ridge
দন্তমূলীয় alveolar
দন্তমূলীয়-তালব্য alveo-palatal
দন্ত্য dental

দন্ত্য স্পর্শ ধ্বনি dental stop
দাঁত teeth-ridge
দীর্ঘ long
দৈর্ঘ্য length
দোয়ান dialect, sub-dialect
দ্বিত্ব gemination
দ্বিস্বর diphthong
দ্ব্যক্ষরী disyllabic
দ্ব্যোষ্ঠ্য bilabial

ধরণ manner
ধ্বনি phone, sound
ধ্বনিগত phonetic
ধ্বনিগত সাদৃশ্য বা মিল phonetic similarity
ধ্বনিগুণ sound attribute, sound value
ধ্বনিগোট sound unit
ধ্বনিতত্ত্ব Phonology
ধ্বনিতত্ত্ববিদ phonetician
ধ্বনিতাত্ত্বিক phonological
ধ্বনি-বিজ্ঞান Phonetics
ধ্বনি বিশ্লেষণ phonetic analysis
ধ্বনিমূল্য soun value
ধ্বনিলিপি phonetic script
ধ্বনি সমষ্টি sound unit
ধ্বনির লয় prosodies of sound
নাদ resonance, sonority
নাহ্নাসিক non-nasal, non-nasalized

নাসিকা বিবর nasal cavity
নাসিক্য nasal
নাসিক্য নাদ nasal resonance
নিপাতন exception
নিম্ন low
নিম্নাভাস higher-low
নিরাকৃত neutralized
নির্দেশক definitive
নিরুদ্ধ ধ্বনি stop
নিরুদ্ধ তাড়িত flapped stop
নিরুদ্ধানিরুদ্ধ stop and continuant both at once
নিষ্ক্রিয় passive, inactive

পরিবেশ environment
পরিবেশ জনিত environmental
পশ্চ (-) back
পশ্চ-তালব্য velar
পশ্চ দন্তমূলীয় produced at the end of the alveola
পশ্চ-দন্ত্য post-dental, produced at the root of the teeth
পশ্চ জিহ্বা back of the tongue
পশ্চ তালু velum
পার্শ্বিক lateral
পুঁথিসূচী bibliography
প্রতিবর্ণ phoneme-counterpart
প্রতিরূপ counterpart
প্রতীপ বণ্টন contrastive distribution

প্ৰবাহ ধ্বনি continuant
প্ৰবাহমান continuous
প্ৰয়োগ distribution
প্ৰয়োগাত্মক distributional
প্ৰয়োগ বিধি manner of distribution
প্ৰস্ফোট ধ্বনি plosive, explosive
প্ৰাকৃতি morpheme
প্ৰাক্ষৰ onset
প্ৰাতীপ্য contrast
প্ৰান্ত, প্ৰান্তীয় front
বদ্ধসন্ধি close juncture
বদ্ধাক্ষৰ close syllable
বৰ্গ class, series
বৰ্গীয় class, homoorganic
বৰ্গীয় স্পৃষ্টধ্বনি homoorganic affricate
বৰ্ণ phoneme
বৰ্ণগত phonemic
বৰ্ণ প্ৰকাশ Phonemics
বৰ্ণ বিজ্ঞান Phonemics
বৰ্ণ বিন্যাস spelling system
বৰ্ণ বিশ্লেষণ phonemic analysis
বৰ্ণমালা phoneme chart, alphabet
বৰ্ণলিপি phonemic script
বৰ্ণগত phonemic
বল stress or intencity
বলাঘাত stress, intencity of stress
বাক-ধ্বনি speech sound
বাক্‌যন্ত্ৰ speech organ
বাক্য sentence
বাক্যৰ লয় intonation
বাক্য-সন্ধি sentence juncture
বাক্য-শ্বাসাঘাত sentence stress
বাক্যাংশ clause
বাগিন্দ্ৰিয় organs of speech
বাধা obstruction
বানান spelling
বায়ুপ্ৰবাহ air stream, air column
বায়ুৰ চাপ air pressure
বায়ুৰ সোঁত air stream
বিকল্প alternative, variant, variation
বিজ্ঞাত predictable
বিধি manner
বিবৰ cavity
বিবৃত open, unrounded
বিবৃতোষ্ঠ্য lip unrounded
বিৰতি, বিৰাম pause
বিৰোধ contrast, opposition
বিৰোধ বিচাৰ commutation test
বিৰোধী contrastive
বিশিষ্ট distinctive
বিশিষ্ট ধ্বনি distinctive sound feature, phoneme
বিশ্লেষণ analysis
বিস্তৃতি expansion, domain

বৈশিষ্ট্য distinction
ব্যঞ্জন consonant
ব্যতিক্রম exception
ব্যবধায়ক intervening, separator
ব্যবহিত separated
ব্যাপ্তি domain, expansion

ভিত্তি criterion, basis
ভূমিকা role, introduction
ভেটি basis
ভেদ difference
ভেদ রেখা dividing line, line of demarkation

মধ্য central, mid, mean-mid
মধ্যবর্ত্তী medial
মধ্য সন্ধি medial juncture
মধ্যসম higher-mid
মধ্যাভাস lower-mid
মহাপ্রাণ aspirated
মহাপ্রাণীভূত aspirated
মাঝজিহ্বা centre of the tongue
মাত্রা degree, morā, length
মানভাষা standard language
মুক্ত released
মুক্ত সন্ধি open juncture
মুক্তাক্ষর open syllable
মুক্তি release
মুখবিবর mouth cavity, oral cavity
মুখর sonorous, loud
মুখরতা sonority, prominence
মুখ্য primary
মূর্দ্ধন cacumina, cerebrum
মূর্দ্ধন্য cerebral, cacuminal, retroflex
মূর্দ্ধন্যীভবন cerebralization
মূর্দ্ধা cacumina
মূলীয় back, dorsal
মৌখিক oral

যথেচ্ছ arbitrary
যথেচ্ছা arbitrariness
যথোক্ত stated ( as condition, etc. )

রুদ্ধ confined, stopped, unreleased
রুদ্ধাবস্থা stoppage
রূপ inflection
রূপ-চালেখি structural pattern

লঘু অনুনাসিকতা light nasalization
লয় prosodies
লিপি script
লিপিমালা alphabet
লিপ্যন্তর transliteration
লুণ্ঠিত rolled
লুণ্ঠিতোষ্ম rolled fricative

শব্দ word
শাব্দিক শ্বাসাঘাত word stress
শিথিল lax
শিথিলতা laxness
শুদ্ধ তালব্য palatal
শুদ্ধ পশ্চ-তালব্য pure velar, i. e. produced at the middle of the velum
শ্রুতিগুণ acoustic effect
শ্রুতি, শ্রুতিধ্বনি glide
শ্রূয়মান auditory
শ্বাস aspiration, breath
শ্বাসধ্বনি breathed sound
শ্বাসনলী trachea, wind-pipe
শ্বাস-প্রশ্বাস breathing
শ্বাসাঘাত stress
শ্বাসাঘাতহীন unstressed

সক্রিয় active
সঘৃষ্ট with friction, fricative
সঘৃষ্টাবস্থা state of a fricative
সঘোষ voiced
সংকীর্ণ narrow
সংকোচন contraction
সংক্রম ধ্বনি transition sound
সংক্রম শ্রুতি transition glide
সংক্রমণ transition
সংক্রমিত ধ্বনি transitional sound
সংজ্ঞা definition
সংবৃত closed, close
সংবৃতাভাস close-like
সংবৃত্ত rounded
সংবৃত্তৌষ্ঠ্য rounded, lip rounded
সংযুক্ত ধ্বনি conjunct sound
সংযুক্তাবস্থা combination
সংযুতি pair, cluster of two
সংযোগ combination
সঞ্চালন movement
সন্ধি juncture
সন্ধি পরিবর্তন morphophonemics
সমন্বয় correlation
সম্পূর্ণ রোধ complete closure
সাদৃশ্য similarity, analogy
সাধন derivation
সাধারণ general, normal
সাধুভাষা standard language
সাধুরূপ standard form or usage
সানুনাসিক with nasalization, nasalized
সুস্থির tense
সুস্থিরতা tenseness
সুর pitch
সুর লহর intonation
সুষির slit
সূত্র definition, rule, criterion
সৃষ্টি production, articulation
স্তর level, stage
স্থান point ( of articulation )

স্থানগত positional
স্পন্দন vibration, ( pulse- ) beat
স্পর্শ contact, touch
স্পর্শ ধ্বনি contact sound, stops
স্পর্শানুনাসিক class nasals
স্পৃষ্ট affricate
স্ফোটধ্বনি plosive
স্ফোটন plosion

স্বর vowel
স্বরতন্ত্রী vocal chord
স্বরমধ্যবর্তী intervocalic
স্বরাভাস semi-vowel

হাঁপ ফাঁপ lung
হৃদ্‌স্পন্দন chest pulse beat
হ্রস্ব short

—o—

# শব্দ সূচী

পাঠ্যত ব্যৱহৃত শব্দবোৰ তলৰ বৰ্ণানুক্ৰমত সজোৱা হৈছে। বন্ধনীৰ ভিতৰৰ আখৰবোৰ উপধ্বনিসূচক। শব্দৰ পিচৰ সংখ্যাই পৃষ্ঠা বুজাইছে।

ই, ই̤ [ ই̦, ইঁ, ’ই ]; এ’, [ এ̭’, এঁ’, ’এ’ ]; এ, [ এ̭, এঁ, ’এ ];
আ, [ আঁ, ’আ ]; অ, [ অঁ, ’অ ]; অ’, [ অঁ’, ’অ’ ];
ও, [ ও̭, ওঁ, ’ও ]; উ, [ উ̭, উঁ, ’উ ]।

প, ত, [ ট ], ক; ব, দ, [ ড ], গ; ফ, থ, [ ঠ ], খ;
ভ, ধ, [ ঢ ], ঘ; স, য, [ য্য ], ৰ, [ হ্ব ], হ;
ম, ন, [ ণ ], ঙ; ৱ, ল, য়, ৱ।

---